DUSTAR KARAGAR : A prison diary along with some story relating to Jail Life written by Dr Lakhminandan Bora, Jorhat and published by Sri Surjya Hazarika, M. Com. New Market, Dibrugarh, Price Rs. 12.00 ( Rupees Twelve only ).

প্ৰকাশক :
সূৰ্য্য হাজৰিকা, এম. কম.
ডিব্ৰুগড়



পৰিৱেশক :
বাণী মন্দিৰ
নতুন বজাৰ
ডিব্ৰুগড়—১



প্ৰথম সংস্কৰণ :
অক্টোবৰ, ১৯৮৪

মূল্য : বাৰ টকা মাত্ৰ

মুদ্ৰক :
শ্ৰীতুলচী চৰণ বৰুৱা
নেচনেল প্ৰিন্টিং ওৱাৰ্কচ
৩৩ডি, মদন মিত্ৰ লেন
কলিকতা-৭০০০০৬

## প্ৰকাশকৰ বক্তব্য :

১৯৮১ চন। বিদেশী বহিষ্কৰণৰ দাবীতে ভাৰতবৰ্ষৰ ইতিহাসত অসমে কৰা পৃথিৱী কপোৱা আন্দোলনৰ ভৰপক। আন্দোলনৰ হকে খটা ভালেসংখ্যক শীৰ্ষস্থানীয় নেতা, সাহিত্যিক, চৰকাৰী-বেচৰকাৰী কৰ্মচাৰী, সাধাৰণ ব্যক্তি, ছাত্ৰ-ছাত্ৰী আদিক দেশৰ নিৰাপত্তাৰ খাটিৰক দোহাৰি,—আটকবন্দী কৰি ৰখাৰ নিৰ্দেশ ঘোষিত হ'ল। ফলস্বৰূপে বহু হেজাৰজন নেতা-উপনেতা কাৰাগাৰত আৱদ্ধ হ'ব লগা হ'ল। অসমৰ সাহিত্য জগতৰ মূধা ফুটা / সুপ্ৰসিদ্ধ সাহিত্যিক ড° লক্ষ্মীনন্দন বৰাকো দেশৰ নিৰপত্তাক দোহাৰি ভালেমান দিন কাৰাৰুদ্ধ কৰি ৰখা হ'ল। পিচে ইতিহাস, সাহিত্যকৰ কলমৰ পৰা সাৰিব ক'ত? জন্ম হ'ল কাৰাগাৰৰ ভিতৰতে এটি পাণ্ডুলিপি। নাম : **"দুস্তৰ কাৰাগাৰ"** : ১৯৮১ ৰ ২৫ জানুৱাৰীৰ পৰা ৫ মাৰ্চ। দিন হিচাপে সংখ্যাত কম হ'লেও,—ড° বৰাৰ কলমে উদঙাই দেখুৱাইছে,—নিজ অভিজ্ঞতাৰে পোৱা অসমৰ কাৰাগাৰৰ বহু সৰু বৰ নেপথ্য কাহিনী। ভৱিষ্যৎ অসমৰ ইতিহাস পঢ়োতাই—কিঞ্চিৎতম ভাবে হ'লেও সেই দিন সমূহৰ, ঘটনাৰ আভাস পাওক, বিশ্লেষণাত্মক তথ্য উৎঘাটন কৰাত সহায়ক হওক, তাকে কামনা কৰি আমি এই গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াইছোঁ। ড° বৰাই উক্ত কালছোৱাত লভা কাৰাগাৰৰ কাহিনী বৰ্ণোৱাৰ উপৰিও, কাৰাগাৰ ভিত্তিক চাৰিটা গল্প···

* আক্ৰোশ,
* পিঞ্জৰাবাসীৰ ভাওনা,
* যাতনা, আৰু
* মৃত্যুৰ অপেক্ষাত ; সন্নিবিষ্ট কৰিছে।

আমি আশা কৰিছোঁ, গ্ৰন্থখনত প্ৰকাশিত দিনলিপি সমূহে অসমৰ ইতিহাসত ক্ষুদ্ৰতম অংশ হিচাপে হ'লেও সোঁৱৰণী সংৰক্ষণ কৰিব। কিতাপখন পঢ়ি পঢ়ুৱৈ সমাজ উপকৃত হ'লে,—আমি আনন্দিত হম।

—সূৰ্য্য হাজৰিকা

# ॥ দুস্তৰ কাৰাগাৰ ॥

**২৫ জানুৱাৰী, ১৯৮১ :** এখন এম্বাশ্বেডৰত আমি বৰহোলালৈ ৰাওনা হৈছোঁ। উদ্দেশ্য হ'ল তাৰ আঞ্চলিক শাখা সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত যোগদান কৰা। সভাপতি হ'ব প্ৰবীণ সাংবাদিক শ্ৰীত্ৰৈলোক্য নাথ শৰ্মা। মই শিৱসাগৰ জিলা সাহিত্য পাৰিষদৰ সভাপতি। সেয়েহে বোধকৰোঁ এই অধিবেশনৰ মুখ্য অতিথি। মোৰ লগত আৰু দুগৰাকী লোক আছে। আবৃত্তি ছাত্তাৰ আৰু অধ্যাপক অমল ৰাজখোৱা। বৰহোলা পোৱাৰ আগতেই ৰাইজে আমাক বিপুল সম্বৰ্দ্ধনা জনাইছে। গাঁৱে গাঁৱে তোৰণ সাজিছে। প্ৰায় ছখন-সাতখন-মান গাঁৱত। তাত আমাক আদৰিছে। বৰহোলা পাওঁগৈ মানে আমাৰ গাত প্ৰায় ছখন-সাতখনমান বাছকবনীয়া ফুলাম গামোচা।

বৰহোলাতো সুন্দৰ আয়োজন। দৰ্শকৰ সংখ্যাও প্ৰচুৰ। সাধাৰণতে এই অঞ্চলৰ সভা-সমিতিত ইমান দৰ্শক দেখা নেযায়। সভা শেষ হয় মানে সন্ধিয়া লাগিল। ওচৰৰে এঘৰ আঢ্যৱন্ত লোকৰ ঘৰত খোৱা-বোৱা কৰি ঘূৰি অহাৰ সময়ত সন্ধিয়াৰ আন্ধাৰ বেচ গাঢ় হ'ল। আমি একেখন এম্বাশ্বেডৰতে উভতিলোঁ। প্ৰায় সাত মাইলমান আহোঁতেই ঘটিল এটা হিন্দী কথা ছবিত ঘটাৰ দৰেই ঘটনা।

সেই ঠাইত ৰাস্তা মেৰামত কৰা হৈছিল। দুয়ো কাষে বিস্তীৰ্ণ পথাৰ। মটৰখন বাওঁ দাঁতিয়েদি কোনোমতে যোৱাৰহে ব্যৱস্থা আছে। সেই ঠাইতে আমাৰ মটৰখন কোনোবাই আগুৰিলে। আমাৰ

এম্বাশ্বেডৰখন ৰ'বলৈ বাধ্য হ'ল। আমি বিৰক্ত হলোঁ। আলিটো বন্ধ কৰি ৰখা আন এখন এম্বাশ্বেডৰৰপৰা দুজন মানুহ নামি আহিল। এজনে পুলিচৰ পোছাক পিন্ধিছে। ইজনক চিনি পাওঁ। তেওঁ মোক চালাম দিলে। মই আচৰিত হ'লোঁ। কাৰণ মোক সবিনয় অনুৰোধ কৰা হ'ল যোৰহাটৰ আৰক্ষী আস্থানলৈ যাবলৈ। মই মোৰ বন্ধুসকলক এৰি আৰক্ষী লোক কেইজনৰ নীলা ৰঙৰ এম্বাশ্বেডৰখনত উঠিবলগীয়া হ'ল। ঘৰত খবৰটো আৰু গামোচা কেইখন দিবলৈ অমল ৰাজখোৱাক ক'লোঁ।

বাটত গম পালোঁ যে আৰক্ষী আস্থান পোৱাৰ পাছতেই মোৰ নামত ৰাষ্ট্ৰীয় নিৰাপত্তা আইন জাৰি হ'ব! ৰাতি ন বজাত সেয়ে হ'ল। বোধকৰোঁ উপায়ুক্তই চহী কৰা কাগজ আছিল। তাতে মোৰ নামটো ভৰাই দিয়া হ'ল। আৰক্ষী বিষয়া কেইজনে শংকৰ হোটেলত মোক ভাত খুৱালে। কাৰন টেলিফোন যোগে তেওঁলোকে জানিলে যে কাৰাগাৰত বন্ধা-বঢ়াৰ কাম শেষ হৈ গ'ল।

যোৰহাট কাৰাগাৰ। ইয়াৰ সমুখৰ আলিটোৰেদি এই কাৰাগাৰটো যোৱা বিশ বছৰ দেখি আছোঁ। সেই কাৰণে আচহুৱা লগা নাই। কিন্তু ভিতৰখন সঁচাকৈয়ে আচহুৱা। ৰাতি দহ বজাত ইয়াত মৰিশালীৰ নিস্তব্ধতা। ইয়াত নিৰাপত্তা বন্দী ৰখাৰ সুন্দৰ ব্যৱস্থা আছে। চাৰি-বেৰৰ মাজৰ দুহালিচামান ঠাইৰ পূব চুকত এটা ঘৰ। তাৰপৰা অলপ আঁতৰত পশ্চিমে দুটা দীঘলীয়া ঘৰ। ৰাজনৈতিক বন্দীৰ সংখ্যা বেছি হ'লে এই হলঘৰ দুটাতো তেওঁলোকক ৰখা হয়। দক্ষিণে নাতিদূৰত এটা ৰান্ধনী ঘৰ। ইয়াত বেৰ নাই। লোহাৰ দণ্ডৰেহে আগুৰা। বিজুলী বাতিৰ পোহৰত ইমানকে লক্ষ্য কৰিলোঁ।

এই পৰ্যন্ত মনটো বিমৰিষ হৈ আছিল। কিন্তু পূবৰ সৰু ঘৰটোৰ লোহ কপাট খোলাৰ লগে লগে আনন্দোজ্জ্বল হাঁহিৰে মোক সম্ভাষণ জনোৱা মানুহজন আৰু মোক সাৱটি লোৱা মানুহজনক পাই বিমৰিষ মনটো কাটি কৰি থ'লোঁ। ইতিমধ্যে মোৰ বাসভৱনৰপৰা কানি-কাপোৰেৰে সৈতে বাকচ এটা পালেহি। মোৰ অনুৰোধ মতে



চোৰাংচোৱা বিষয়াজনে নিজে আনিলে। তেওঁৰপৰা জানিলোঁ যে এই ৰাতি এঘাৰ বজাতো হেনো মোৰ বাসভৱনত বহুত মানুহ। বিশ্ববিদ্যালয়ৰ চৌহদত থকা পৰিয়ালসমূহৰ মানুহ। মই সুধিলোঁ, "ল'ৰাছোৱালী কেইটা আৰু তেওঁৰ অৱস্থা কেনে?" বিষয়াজনে ক'লে, "বাইদেৱেনো 'কেয়াৰ' কৰিব নে? মানুহৰ আলপৈচান ধৰাত ব্যস্ত। আজিকালি প্ৰছেচনত থকা ল'ৰা-ছোৱালীয়ে জানো জেলৰ কথা ভাবি ভয় কৰে?"

মোৰ কোঠাত থকা, ইয়াৰ আগতে মোক হাঁহি আৰু আলিঙ্গনেৰে আদৰি লোৱা ব্যক্তি দুজন হ'ল, জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ ৰসায়ন বিজ্ঞানৰ অধ্যাপক আৰু যোৰহাট জিলা গণসংগ্ৰাম পৰিষদৰ মুখ্য আহ্বায়ক ক্ৰমে যোগানন্দ গোস্বামী আৰু তীৰ্থ হাজৰিকা। তেওঁলোক ২৩ ডিচেম্বৰৰপৰা কাৰাগাৰত আছে। কেইদিনমানৰ আগতে ডিব্ৰুগড়ত উপদেষ্টা সমিতিৰ আগত দেখা দিছিল। এই সমিতিয়ে তেওঁলোকক ৰেহাই নিদিলে। ৰাজ্যিক কৰ্মচাৰী পৰিষদৰ উপসভাপতি তীৰ্থ হাজৰিকাৰ বয়স যথেষ্ট হৈছে আৰু শৰীৰৰ অৱস্থাও ভাল নহয়। তেখেত জিলা পশু চিকিৎসা বিভাগৰ কাৰ্যালয়ৰ মুখ্য সহায়ক। আৰু দুমাহৰ পাছতে অৱসৰ পাব। সিফালে ঘৰত তেখেতহে উপাৰ্জন কৰা লোক। বি, এ পাছ কৰা জীয়েকজনীৰো চাকৰি নাই। দেউতাকৰ বয়স নব্বৈ বছৰতকৈ বেছি।

মই যে কিছুমান কাম কেতিয়াও নকৰোঁ যোগানন্দ গোস্বামীয়ে জানে। গতিকে কোঠাটোত মোৰ বিছনাখনৰ ওপৰত ধুনীয়াকৈ আঠুৱাখন তৰি দিলে। ইতিমধ্যে সহকাৰী কাৰাধ্যক্ষ হলিৰাম শইকীয়া আৰু প্ৰবীণ শৰ্মাও আহি পালে। কথা-বতৰা হ'ল। অসমীয়া মানুহক পহিলা পৰিচয়ৰ সময়ত মোৰ নাম জনাৰ পাছত আচহুৱা নেলাগে। গতিকে মোৰ কাৰাগাৰত-সোমোৱা যেন নেলাগিল।

আমি তিনিজন থকা কোঠাটো বোধকৰোঁ তিনিশ বৰ্গফুটমান হ'ব। এফালে গা-ধোৱা ঘৰ আৰু এফালে চেনিটেৰী পায়খানা। চাৰিখন

খিৰিকী আৰু এখন দুৱাৰ। নিৰ্মাণ-কাৰ্য মজপুত। কাৰাগাৰৰ নিৰ্মাণ কাৰ্যতহে গড়কাপ্তানী বিভাগৰ সাৱধানতা আৰু পটুতাৰ চিন পৰিলক্ষিত হয়। দুৱাৰ-খিৰিকীবোৰত পলাই যাব নোৱাৰা ব্যৱস্থাৰ লক্ষণ সুপৰিস্ফুট। এনে লক্ষণ দেখা যায় সাধাৰণতে মাৰোৱাৰীৰ ঘৰবোৰতহে য'ত নিৰাপত্তাৰ ব্যৱস্থা প্ৰচুৰ।

ৰাতি এই অপৰিচিত পৰিবেশত মই শুব পৰা নাই। কিছুমান চিন্তা আহিছে। এই চিন্তা চাকৰি বা ঘৰুৱা সমস্যাৰ কাৰণে নহয়। এই দুই ক্ষেত্ৰত মই নিশ্চিন্ত। শিক্ষাগত অৰ্হতা অনুসৰি মই অসমত চাকৰি নকৰিলেও চলে। তদুপৰি কলিকতাত বহি আহি কাকত চাই, বিজ্ঞাপন আৰু উপন্যাস লেখি এতিয়াৰ প্ৰতিক্ৰিয়াশীল এ. চি. এছ কেইজনতকৈ বেছি উপাৰ্জন কৰিব পাৰোঁ। মই বিমূৰ্ত চিন্তাতহে শুব পৰা নাই। কাফ্‌কাৰ উপন্যাস 'ট্ৰায়েল'ৰ নায়কজনৰ কথা মনত পৰিছে। তেওঁ নেজানে যে তেওঁক কি কাৰণে আটক কৰা হ'ল। তেওঁৰ দোষ কি তেওঁ কোনো পধ্যে অনুমান কৰিব পৰা নাই। ময়ো নেজানো যে মই কি কাৰণে আটক হৈছোঁ। ইয়াতকৈ আৰু বিড়ম্বনা কি থাকিব পাৰে? আমি সঁচাকৈয়ে এখন 'ঢাকোন নোহোৱা চৰু আৰু ৰাখোৱাল নোহোৱা গৰু'ৰ দেশত বাস কৰিছোঁ। ইয়াত অনিয়মেই নিয়ম।

**২৬ জানুৱাৰী, ১৯৮১ ঃ** পোনতে মোক দেখা কৰিলে—সেউজী, লাখু আৰু বাখুৱে। সিহঁত আগৰ দৰেই প্ৰাণোচ্ছল। লগত মোৰ ছাত্ৰ আৰু এতিয়াৰ সহকৰ্মী নীলমণি দাস। তাৰ আগতে আহিছিল ডঃ দ্বীপেন দত্ত আদি। খবৰ পালোঁ যে বিশ্ববিদ্যালয়ত ডাঙৰ সভা হৈছিল। গ্ৰেপ্তাৰীৰ গৰিহণা দিবলৈ। এজনে কৈছিল যে ছাত্ৰ-ছাত্ৰীসকলে মোক দেখা কৰা উচিত নহয়। তেতিয়া হ'লে মোক এই জেলৰপৰা বদলি কৰিব পাৰে।

মোৰ লগত এতিয়া পঢ়াৰ সামগ্ৰী বহুত। মই কেনে ধৰণৰ কিতাপ পঢ়ি ভাল পাওঁ এই বিষয়ে মোৰ সৰু ল'ৰা বাখুৱে ভালকৈ অনুমান



কৰিব পাৰে। সি ভালেমান কিতাপ আৰু আলোচনী লৈ আহিছে।

আবেলি পৰিবাৰ আহিছিল। চলচ্চিত্ৰত দেখা আৰু কিতাপত পোৱা মতে তেওঁৰ অৱস্থা বিমৰিষ নহয়। সম্পূৰ্ণ স্বাভাৱিক। মই সেই বাবে যথেষ্ট মনোবল পালোঁ। আৰু বহুত মানুহ। সহকৰ্মী সকলোৱেই দেখা কৰিলে। সকলোৰে সমবেদনা এটা কাৰণেই যে মই যথেষ্ট ব্যস্ত আৰু চলনৰত মানুহ কাৰণে বাকচ বাকচ লগা কাৰাগাৰৰ অলস, সঙ্গীহীন, নিশ্চল জীৱনে অনা বিৰক্তিয়ে মোৰ স্বাভাৱিক প্ৰাণ-প্ৰাচুৰ্য কাঢ়ি নিব। এই চিন্তাৰে বেছি দুখ হ'ল পৰিবাৰৰ, দ্বীপেন দত্তৰ আৰু ডাঙৰটো ল'ৰা লাখুৰ। লাখু বৰ স্পৰ্শকাতৰ আৰু মোৰ এক নিষ্ঠাবান সমীক্ষক। ড° দ্বীপেন দত্তৰ লগত মোৰ আন্তৰিকতা অতি নিবিড়। মোৰ খুব অশান্তি হৈছে বুলি ভাবি সিহঁতে মোৰ চকুলৈকে স্পষ্টভাৱে চাব পৰা নাই।

আৰু আহিছে সাহিত্য সভাৰ লগত জড়িত মানুহখিনি। মই বুজিব পৰা নাছিলোঁ যে মোৰ কৰ্মক্ষেত্ৰৰ কাৰ্যালয় সহায়ক সকলে আৰু চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীসকলে মোক ইমান ভাল পায়। তেওঁলোকৰ প্ৰত্যেকেই আহিল যেন মোৰ অনুমান হ'ল। প্ৰায় দুশতকৈ বেছি। লগত মোক দিবলৈ কিবা এটা লৈ আহিল। তামোল দুখনমান আৰু খৈনীৰ পেকেট। মোৰ টেবুলখন খৈনীৰ পেকেট আৰু দুখন তিনিখনকৈ বন্ধা তামোলৰ টোপোলাৰে ভৰি পৰিল। আগৰ দৰে চিগাৰেট খোৱা-হেঁতেন মোৰ লগত একোখন সৰু সুৰা দোকানত থকাৰ সমান চিগাৰেটৰ পেকেট থাকিলহেঁতেন।

কাৰাগাৰৰ অধ্যক্ষজনৰ লগত চিনা-পৰিচয় হ'ল। নাম কমলাকান্ত ভূঞা। কথাছবিত দেখা উকীলবোৰৰ দৰে ব্যক্তিত্ব সম্পন্ন চেহেৰা। ব্যৱহাৰো বৰ মনোগ্ৰাহী। কথা আখ্যান বখনোৱাৰ দৰে কয়। তাত অলপ নাটকীয়তাৰ প্ৰলেপ সানে কাৰণে বেচ উপভোগ্য হৈ পৰে।

আমাৰ দৰে বন্দীৰ বাবে কাৰাগাৰৰ সা-সুবিধা বেচ ভাল। আমি থকা কোঠাটোতে একালত ফখৰুদ্দিন আলি আহমেদ, গোপীনাথ বৰদলৈ আদি আছিল। পাছত আছিল নন্দেশ্বৰ তালুকদাৰ, খগেন গগৈ, দুলাল

বৰুৱা আদি। ইয়াত দেৱালেই দিগন্ত। বন্দীত্বইহে একমাত্র অসুবিধা। কিন্তু মোৰ ভাব হৈছে যে এনে নিঃসঙ্গতা আত্মশুদ্ধিৰ বাবে এটা ডাঙৰ সুবিধা। যাৰ সুখৰ উৎস আভ্যন্তৰীণ, তেওঁৰ বাবে কাৰাগাৰৰ জীৱন কেতিয়াও অশান্তিকৰ হ'ব নোৱাৰে বুলি মোৰ বিশ্বাস। তেনে ধৰণৰ লোক কাৰাবাসী হৈ ইতিহাস ৰচনা কৰি গৈছে। যেনে, মোৰাৰজী দেশাই, জৱহৰলাল নেহৰু, আবুলকালাম আজাদ, চক্রৱৰ্ত্তী ৰাজাগোপালাচাৰী আদিয়ে। বৌদ্ধিক চিন্তাৰ প্রতি আসক্তি নেথাকিলে কিজানি কাৰাগাৰৰ জীৱন দুৰ্বিসহ হ'ব। কাৰণ বুদ্ধিজীৱীৰ সুখৰ উৎসই হ'ল আভ্যন্তৰীণ, বাহ্যিক নহয়।

মই ভাবিছোঁ, মই যদি বেছি দিন থাকিবলগীয়া হয় কথাটো ভালেই হয়। যদি মনোমত কিতাপ পঢ়িবলৈ নেপাওঁ তেনেহ'লে দুখন কিতাপ লেখিম। এখন ডাঙৰ উপন্যাস আৰু এখন আত্মজীৱনীমূলক উপন্যাস য'ত জীৱনৰ দুৰ্বলতাৰ কথাই বেছি থাকিব।

**২৭ জানুৱাৰী ১৯৮১ :** এতিয়া কোঠাটোত মই অকলে। যোগানন্দ গোস্বামী আৰু তীৰ্থ হাজৰিকাক ডিব্রুগড় কাৰাগাৰলৈ স্থানান্তৰিত কৰিলে। অৱশ্যে মোৰ কোঠাটোত ৰাতি মজিয়াত কাপোৰ পাৰি তিনিটা কয়দী শোৱে। সিহঁতৰ দুটাই দিনৰ ভাগত কোনোবা সহকাৰী কাৰাধ্যক্ষৰ বাস-ভৱনত কাম কৰে। এটাই ৰাজনৈতিক আটক বন্দীৰ কাম কৰে। এই মানুহটোৰ নাম পায়ৰা। বাতুলিপাৰ চাহ বাগিচাৰ মজদুৰ। বেচ হৃষ্টপুষ্ট, গহীন আৰু চেহেৰাও ভয়াবহ। কিন্তু বৰ বাধ্য আৰু ঠাণ্ডা প্রকৃতিৰ। যোগানন্দ গোস্বামীয়ে তাক বৰ ভাল পাইছিল। সি হত্যাৰ অপৰাধী। বাকী দুটাও হত্যাৰ অপৰাধী। সিহঁতো চাহ বাগিচাৰ মজদুৰ। সিহঁত নিমাখিত চেহেৰাৰ। সিহঁতৰ যাবজ্জীৱন কাৰাবাস অন্ত হ'বলৈ আৰু এবছৰমানহে বাকী। সিহঁতৰে ভিতৰত টিয়কৰ মাণিক খ্ৰীষ্টিয়ান বৰ কথকী। ৰাতি সি দহ বাৰ বছৰৰ আগৰ যোৰহাট কাৰাগাৰৰ কিছুমান উল্লেখযোগ্য কাহিনী কৈ যায়। মই ৰাতিপুৱা আন এখন ডায়েৰীত সেইবোৰ কাহিনী টুকি থওঁ। মোৰ দুখন ডায়েৰী। এখনত



নিজৰ কথা থাকে আৰু ইখনত থাকে কাৰোবাৰ মুখে শুনা কাহিনী আৰু গল্প-উপন্যাসত ঠাই পাব পৰা ব্যক্তিৰ বিৱৰণ। মাণিকৰ মুখে শুনা কাহিনীয়ে দ্বিতীয় ডায়েৰীখনৰ বহু পৃষ্ঠা জুৰি আছে। ই মোৰ কাৰাগাৰ জীৱনৰ পৰম লাভ।

দুপৰীয়া পৰিবাৰ আহিছিল। মোৰ বাবে আনিছিল এখন ডাঙৰ দামী আয়না, এখন টাৱেল, কেবা দিস্তা ফুল্‌চকেপ কাগজ আৰু ডষ্টভয়েস্কিৰ বৃহৎ উপন্যাস "ব্রাদার্চ কাৰামেজভ্"। (পিছে কাৰাগাৰত মোৰ মেৰিঅ' পুজৰ 'গড্ ফাদাৰ'খন পঢ়িহে ভাল লাগিছে।) মোৰ লগৰ আটক বন্দী দুজন ডিব্রুগড়লৈ গ'ল বুলি কোৱাত মই বৰ আকলশৰীয়া হৈ পৰিলোঁ বুলি ভাবি তেওঁ বৰ দুখ পালে। মই তেওঁক নকলোঁ যে মোৰ কোঠাটোত তিনিটা মানুহ শোৱে, যি খুনী আছিল। পিছে সিহঁতক একেবাৰে খুনী যেন নেলাগে। সিহঁতৰ হত্যাকাৰীৰ মানসিকতা নাই। যি কেইটা চাহ মজদুৰ পালোঁ সিহঁত হত্যাকাৰী হোৱাৰ মূলতে হ'ল মদৰ ৰাগী। পুৱা তাক গ্রেপ্তাৰ কৰাৰ পাছতহে মদৰ আড্ডাত তাৰ লগত কাজিয়া কৰা মানুহটো মৰিল বুলি সি গম পায়। পৰিকল্পিত হত্যাৰ কথা মই কাৰো মুখে নুশুনিলোঁ। মদ চাহ মজদুৰৰ ঘোৰ শত্রু। বন্ধুৱা নেতাবোৰে বনাচ আৰু আন আন সা-সুবিধা আদায় কৰাৰ চেষ্টা কৰাত মদ নিবাৰণ আৰু আন আন কুসংস্কাৰ বা অপকাৰী প্রথাৰ বিৰুদ্ধে কাম কৰিলেহে চাহ মজদুৰৰ উদ্‌গতি হ'ব। কিন্তু এই কামত হাত দি তেওঁলোক মজদুৰৰ মাজত অপ্রিয় হ'ব নোখোজে এই কাৰণেই যে ভোট আদায় কৰাই হ'ল বন্ধুৱা সংঘবোৰৰ মূল উদ্দেশ্য।

**৩০ জানুৱাৰী ১৯৮১ :** আজি মহাত্মা গান্ধীৰ তিৰোধান দিবস। মোৰ বহুত চিন্তা মনলৈ আহিছে। খদ্দৰ আৰু খদ্দৰৰ টুপী পিন্ধি গান্ধীবাদী হ'ব নোৱাৰি। কাৰ্যালয়ত গান্ধীৰ ছবি থকাৰ অৰ্থ এয়ে নহয় যে আমাৰ ৰাষ্ট্র গান্ধীৰ আদৰ্শৰে অনুপ্রাণিত। ইয়াৰ প্রমাণ হাতে হাতে পাইছোঁ। চৰকাৰে হিংস্র আন্দোলনলৈ ভয় নকৰে। ভয় কৰে গান্ধীৰ আদৰ্শৰ ভিত্তিত গঢ়ি উঠা সংগ্রামলৈ আৰু আদৰ্শচ্যুৎ হৈ

অপ্ৰৰোচিতভাৱে চৰম হিংসাৰ আশ্ৰয় লয়। লাঠি, গুলি, চি. আৰ. পি। এয়ে অসন্তুষ্টিক তুষ্ট কৰাৰ আহিলা।

আৰু এটা কথাত গান্ধীলৈ মনত পৰিছে। মই এতিয়ালৈ কাৰাগাৰৰ চৌহদৰ ভিতৰত যিবোৰ কয়দীক লগ পাইছোঁ সিহঁতৰ প্ৰায়বোৰেই হত্যাৰ অপৰাধী। প্ৰায়বোৰ হত্যাৰে কাৰণ হ'ল—সামান্য এহালিচা-দুহালিচা মাটি আৰু মূলতঃ মদৰ নিচা। তাৰ ফলত বহু পৰিয়াল সৰ্বশ্ৰান্ত হৈছে। তেনেহ'লে গান্ধীয়ে ঠিকেই কৈছিল যে মদৰ ৰাগী নেথাকিলে ভয়ানক অপকৰ্ম কৰিব নোৱাৰি। মদৰ বিৰুদ্ধে মোৰাৰজী দেশাই অধিক অবিচল। তেওঁ সৰুৰেপৰাই মদৰ বিৰুদ্ধে বিষোদ্গাৰ কৰি আহিছে। তেওঁ ভাবে যে মদে বিবেকক হত্যা কৰে। তেওঁ উঠি অহা বয়সত এদিন জানিব পাৰিছিল যে এটা ককায়েকে মদৰ ৰাগীত আপোন ভনীয়েকক বলৎকাৰ কৰিবলৈকো কুণ্ঠা বোধ নকৰিছিল।

ৰাতি মাণিকক মই এই কথাবোৰ কোৱাত সি মানি ল'লে আৰু ক'লে যে কেৱল মদৰ আসক্তিয়েই চাহ বনুৱাৰ ডাঙৰ সমস্যা নহয়, সমস্যা আৰু আছে। যেনে, অজ্ঞানতা আৰু নিষ্পেষণ (তাৰ ভাষাত—কিছুমান তেজ শোহা বুদ্ধি)। বনুৱাৰ তেজ শুহি খাইছে, লাভলৈ চোৱা মালিকে, কাবুলীবোৰে, গেলামালৰ দোকানীবোৰে আৰু মদৰ মহলদাৰবোৰে।

মুখেই মনৰ দাপোণ বুলি কথা এটা আছে। কিন্তু মানুহৰ মুখ, ব্যৱহাৰ আৰু কথা-বতৰা যে কিমান চলনাময়, কাৰাগাৰলৈ আহিলেহে গম পোৱা যায়। আগতে মই ভাবিছিলোঁ যে মই মানুহ চিনাত পাকৈত। কিন্তু ইয়ালৈ অহাতহে মোৰ সেই গৰ্ব চূৰ্ণ হৈছে। কাৰণ, ইয়াত লগ পাই—কথা পতা কয়দীবোৰ দেখাত আমি সাধাৰণ, য'তে ত'তে লগ পোৱা যিকোনো এটা সাধাৰণ মানুহ যেন লাগে। কথা-বতৰাবোৰো কোনোবা একান্ত বাধ্য পিয়ন-চকিদাৰৰ কথা যেন লাগে। একোটা ডেকা হত্যাকাৰী দেখাত বেচ নিপোটল আৰু ধুনীয়াও। তেনে চেহেৰাৰ এটা ডেকাই মোক খুব ভাল পায়। দিনটোৰ ভালেমান সময় মোৰ ওচৰতে থাকে। খুব ভাল পোছাক পিন্ধে। সি ৰাতি 'চেল'ত



থাকে। কিন্তু জেল কৰ্তৃপক্ষই তাক বি ক্লাচ বন্দীৰ দৰে ৰাখিছে। তাৰ ব্যৱহাৰ বৰ ভাল। তাৰ দুখীয়াৰ প্ৰতি বৰ দৰদ। নিজৰ কথা একেবাৰে নকয়। কিন্তু সমাজৰ দুৰ্নীতিৰ কথা কয়। খুব কিতাপ পঢ়ে। কাৰাগাৰত থাকিও সমাজক প্ৰত্যাহ্বান জনোৱাৰ কথা ভাবে। ইতিমধ্যে জেলৰপৰা দুবাৰ পলাইছে। সেই ডেকাটো হত্যাকাৰী হয় নে নহয় নেজানো, কিন্তু অসমত তাৰ ৰবিন হুডৰ দৰে খ্যাতি আছে। তাক চাহ-তাহ, ভাত-পানী আদি দি আলপৈচান ধৰা প্ৰায় ঊনৈশ বিশ বছৰীয়া ল'ৰাটোৱে নিজকে বেংকত ডকাইতি কৰা, পিস্তল থকা ব্যক্তি বুলি মোক ক'লেহি। ল'ৰাটো তিতাবৰৰ। দেখাত যিকোনো এটা কলেজৰ ছাত্ৰৰ দৰেই। সি কোৱা কথাখিনি তাৰ মানুহৰ বিখ্যাত ডকাইতজনক কোৱাত এনে মন্তব্য শুনিবলৈ পালোঁ: থুঃ, ক'ৰবাত দাবী-ধম্কি দি কিবা এটা আনিলেই, কল এথোকা বা ছাগলি এটা খালেই সি ডকাইত হ'ব পাৰে নে?"

লাকুৱাৰ এটা ল'ৰাই মোৰ কোঠাৰপৰা কাৰ্যালয়লৈ যোৱা বাটটোৰ কাষৰ পানীৰ পাইপটোত প্ৰায়ে গা ধোৱে। সুন্দৰ চেহেৰা। সুন্দৰ স্বাস্থ্য। মুখত কোনো কলুষৰ আভাষ পোৱা নেযায়। সি তাৰ বয়স পোন্ধৰ বছৰ বুলি ক'লে। কিন্তু সি হত্যাৰ অপৰাধত হাজোতী হৈ আছে। দুটা জেল-চিপাহী আৰু মোৰ আগত সি তাৰ হত্যাৰ কাহিনী শুনালে: সি খেতিয়কৰ ঘৰৰ ল'ৰা। ঘৰত এহাল ম'হ আৰু এহাল বলদ আছে। সি গৰু ম'হ চৰায়। সেই অঞ্চলত এটা অতি বদমাইচ মানুহ আছে। সি ধনী আৰু নিষ্ঠুৰ। তাৰ অত্যাচাৰত গাঁওখনৰ মানুহ অতীষ্ঠ। এদিন এই ল'ৰাটোৰ ম'হহালে তাৰ কুমলীয়া ঘেঁহুডৰা খোৱাৰ কাৰণে সেই মানুহটোৱে তাক খুব কোবালে। এদিন হেনো বাপেককো বিনা জগৰত কোবালে। কিন্তু এই ল'ৰাটোৱে কোব কেইটা পাহৰিব নোৱাৰিলে। তাৰ মনত সাংঘাতিক আক্ৰোশ। সি দা এখন ভালকৈ ধৰাই সেই দিনাই বিছনাৰ তলত থৈ দিলে। বাপেক আৰু ককায়েক দুটাই নজনাকৈ সি মানুহটোৰ প্ৰতিশোধ ল'বলৈ ছেগ চাই থাকিল। সি ভাবিলে যে হাট

বহাৰ দিনাই ইয়াৰ বাবে উপযুক্ত সময়। সি এড়ি কাপোৰত দাখন ভৰাই হাট পালেগৈ। সি সেই মানুহটোক কিবা এটা কিনি থকা দেখিলে। তাক পিছ ফালৰ পৰা দুঘাপ দি শেষ কৰি দিলে। দাখন তাৰ হাতত। এটা মানুহে তাৰ হাতত টাঙোন মাৰি দাখন মাটিত পেলোৱালে। পুলিচ আহি তাক গ্রেপ্তাৰ কৰিলে। কিন্তু বহুতে সেই অত্যাচাৰী মানুহটোক হত্যা কৰা কাৰণে তাক ভালো পালে। সি কয় যে এই কামৰ কাৰণে গাঁৱৰ মানুহবোৰে তাক ভাল পাইছে বাবেই বহুতে তাক কাৰাগাৰত চাবলৈ আহে। উকীলে হেনো তাক স ঁচা কথা ক'বলৈ কৈছে। তেতিয়া হেনো সি কেই বছৰমান কাৰাদণ্ড ৰেহাই পাব।

১ ফেব্রুৱাৰী ১৯৮১ঃ নিৰাপত্তা বন্দী থকা অংশটোত এটা বুঢ়া কয়দীয়ে চুলাত নিজে ৰন্ধা-বঢ়া কৰি খায়। নাম বাপুৰাম। ডিব্রুগড়ৰ ফালৰ মানুহ। এতিয়ালৈকে জেলত চৈধ্য বছৰ আছে। সি হত্যাৰ অপৰাধী। বুঢ়াৰ বহুত গুণ। তাৰ মুখত প্রায়ে বিলাপ-পঁয়াৰ। কীৰ্ত্তনৰ পদো বঢ়িয়াকৈ গায়। সি কাৰাগাৰত গাঁৱৰ পৰিবেশ এটা সৃষ্টি কৰিছে। আমাৰ সংস্কৃতি বহন কৰা এই ক্ষীণ বুঢ়াটোৱে সাধাৰণতে কাৰো লগত কথা নেপাতে। মই চেষ্টা কৰিও তাৰ আস্থা আদায় কৰিব নোৱাৰিলো। বুঢ়াই অলপতে মুক্তি পোৱাৰ কথা। যাবজ্জীৱন কাৰাবাস শেষ হ'বলৈ এবছৰমান থাকোঁতে বাপুৰামক মুকলি কাৰাগাৰত ৰখা হৈছিল। তাত বাহিৰৰ পৃথিৱীখনৰ আভাস পাই তাৰ মনত মুক্তিৰ নিচা লাগিল। সি পলাই গ'ল। চাৰে তিনি বছৰ পলাই থাকিল। সেই সময় ছোৱাত ডকাইতি দুটাও কৰিলে। ধৰা পৰি এতিয়া আকৌ বাপুৰাম জেলত। পলাই নোযোৱা হ'লে সি দুবছৰ মানৰ আগতেই খালাচ পালেহেঁতেন।

এতিয়াও প্রলোভনে বুঢ়াৰ লগ এৰা নাই। যোৱা বছৰ কাৰোবাক কম্বল দুখন বেচি পেলালে। কাৰণ টকাৰ দৰ্কাৰ? ইয়াত ভালেমান বস্তু কিনিবলৈ পোৱা যায়। কাৰাগাৰৰ ভিতৰত দস্তুৰমত একোখন সৰুসুৰা বজাৰেই আছে। শুনিছোঁ বোলে কাৰাগাৰত সৰু সৰু



চাকৰি কৰা মানুহ কেইটামানৰ কল্যাণত ইয়ালৈ মদৰো আমদানি হয়।

বুঢ়াই কম্বল চুৰ কৰাৰ শাস্তি গোটেই জাৰকালিতো ভুগিবলগীয়া হ'ল। এখন ফটা কম্বলেৰেই জাৰকালিটো কটাই দিবলগীয়া হ'ল। হাড় কঁপা জাৰত তাৰ বৰ বেয়া কাঁহ এটা হৈছিল। এতিয়াও কাঁহটো আছেই। তাৰ দৃষ্টিৰ পৃথিৱীখন অসুন্দৰ, নিষ্ঠুৰ। তাৰ দৃষ্টি আৰু আচাৰ-ব্যৱহাৰে নিজৰ কঠুৱা মনৰহে চিনাকি দিয়ে। কিন্তু আজি তাৰ আচল মনৰ এটা পৰিচয় পাই গ'লোঁ।

সি দেৱালৰ এচুকত এজনী কুকুৰা চৰাই পোহে। তাইৰ দহটা পোৱালি। সি সেইবোৰকে লৈ দিনটো ব্যস্ত থাকে। সন্ধিয়া হল-ঘৰটোত থৈহে নিজৰ ৱাৰ্ডত শুবলৈ যায়। কিন্তু কালি ৰাতি হেপাই কুকুৰাজনী খাই পেলালে। মই কথাটো জানো। পুৱা নমান বজাত সি বননিত বহি আছিল। কাষত দহটা কুকুৰা পোৱালি। মই দেখিলোঁ যে তাৰ দুধাৰি চকুলো পুহমহীয়া কোমল ৰ'দত জিলিকিছে। মই সুধিলোঁ, "বাপুৰাম, কি হ'ল?" সি ক'লে, "সিহঁতৰ মাক মৰিল। এই এমা দিমা পোৱালিবোৰ যে আজিৰপৰা নিঠৰুৱা হ'ল!"

২ ফেব্রুৱাৰী ১৯৮১ঃ কাৰাগাৰৰ চৌহদটো বেচ আহল বহল। ইয়াত প্রায় চাৰে চাৰিশ কয়দীক ৰখিবলৈ ৫৫টা জেল চিপাহী বা ৱাৰ্ডাৰ আছে। সিহঁতৰ ওপৰত দুটা জামাদাৰ। কিছুমান কয়দীৰ তত্ত্বাবধানত একোটাকৈ পুৰণি বিশ্বাসী কয়দী থাকে। তাৰ সিহঁতৰ ওপৰত বেচ কৰ্তৃত্ব। কয়দীৰ মাজত তাৰ বেচ সন্মান। তাক 'মেট' বোলে। ইয়াত এনেকুৱা দহটামান মেট আছে। দেখাত ভাল আৰু পঢ়া-শুনা জনা কয়দী কেইটামানে কাৰাগাৰৰ কাৰ্যালয়ত পিয়নৰ নিচিনা কাম কৰে। তাৰে এটা হ'ল বিশ্বেশ্বৰ। চফল ডেকা। বি-এ পাছ কৰি আইন পঢ়িবলৈ মনস্থ কৰাৰ সময়তে সি ডকাইতি আৰু হত্যাৰ অপৰাধত গ্রেপ্তাৰ হয়। তাৰ যাবজ্জীৱন কাৰাবাস হয়। অৰ্থাৎ সি বাৰ বছৰ কাৰাগাৰত থাকিব লাগিল।

ৱাৰ্ডাৰবোৰৰ বৰ কষ্ট। সিহঁতে দিনে আঠ ঘণ্টা ন ঘণ্টা খাটিব লাগে।

আচলতে সিহঁতহে যেন ত্ৰিশ পয়ত্ৰিশ বছৰৰ কাৰাবাসী। বাহিৰৰ পৃথিৱীৰ লগত সিহঁতৰো সম্পৰ্ক নাই বুলি ক'ব পাৰি। পুহ-মাঘমহীয়া ৰাতি পহৰা দিয়া আদহীয়া বয়সৰ ৱাৰ্ডাৰ কেইটাৰ অৱস্থা দেখি বেয়া লাগে। সিহঁততকৈ কয়দীবোৰ বেচ সুখত আছে।

বহুতৰ বিশ্বাস যে কাৰাগাৰ বৰ কষ্টকৰ ঠাই ; প্ৰায় পোতাশালৰ দৰেই। সেই কাৰণেই পৰিয়ালৰ মানুহে মোক দেখা কৰিছেহি। মোৰ আটক হোৱা খবৰটো শুনি হেনো গাঁৱৰ ঘৰত ককাইদেৱে খুব কান্দিলে। তেখেত বুঢ়া হৈছে। সিফালে পক্ষাঘাত ৰোগী।

পিছে নিৰাপত্তা বন্দীৰ বাবে কেৱল নিঃসঙ্গতাহে কষ্টকৰ। আন সা-সুবিধা বহুত। নিজৰ ইচ্ছা অনুসৰি খোৱা-বোৱা কৰিব পাৰি। সেই মতেই কাৰাগাৰ কৰ্তৃপক্ষই আহাৰৰ যোগান ধৰে। সদায় চিকিৎসকে খবৰ লয়হি। সিফালে কাপোৰ ধোৱা, ডাঢ়ি খুৰোৱা, জোতা পালিচ কৰা, বিছনা পাৰি দিয়া, গাত তেল মালিচ কৰা আদি মানুহো আছে। গা-ধোৱা ঘৰত সময় মতে কুহুমীয়া পানী পোৱা যায়। পোছাক-পত্ৰও দিয়ে। আণ্ডাৰ পেণ্টৰপৰা মোজালৈকে পোৱা যায়। এতিয়ালৈকে মই এটা দামী উলৰ চুয়েটাৰ, এযোৰ চেণ্ডেল, দুটা গেঞ্জি, দুটা আণ্ডাৰ পেণ্ট আৰু এখন এড়ি কাপোৰ পাইছোঁ। জেলাৰে এটা ডাঙৰ টিনৰ ট্ৰাঙ্কো দিছে। ভাবিছোঁ, আহোম ৰজাই খোদ পোহা আৰু চৰকাৰে নিৰাপত্তা বন্দী ৰখা একে কথা।

প্ৰচুৰ পুষ্টিকৰ আহাৰ আৰু কায়িক পৰিশ্ৰমৰ অভাৱে যেনেকৈ উচ্চ পদস্থ বিষয়া আৰু ধনী ব্যৱসায়ীৰ পত্নীক প্ৰচুৰ চৰ্বি-প্ৰদান কৰি দেহৰ আকৃতি অশোভনীয়ভাৱে গোলাকাৰ কৰে, সেই দৰে এই দুটা বস্তুৱে মোকো মেদবহুল বোজা এটা দিব পাৰে বুলি মোৰ অন্তৰঙ্গ বন্ধুসকলে সন্দেহ কৰাৰ থল নাই। মই ইয়াত মাখন আৰু 'এম্প্‌টি কেলৰি' বিশিষ্ট ল'ফ নেখাওঁ। যোৱা বিশ বছৰে যোগাসন আৰু প্ৰাণায়াম কৰি আছোঁ বাবে মোৰ দেহৰ বিপাকীয় প্ৰক্ৰিয়া মেদৰ বৈৰী। কাৰাগাৰত নিদ্ৰাৰ বিঘিনি ঘটে বুলি পুৱা আৰু সন্ধ্যা দিনে দুবাৰকৈ আসন-



প্ৰাণায়াম কৰি আছোঁ। চিকিৎসকে মোক একোৱেই নোসোধে।

সাধাৰণ কয়দীবোৰৰ জীৱন দুৰ্বিসহ বুলি কোৱা টান। সিহঁতে কাম কৰিব লাগে। কিন্তু কাৰাগাৰত চাৰে চাৰিশ কয়দীৰ বাবে ইমান কাম নাই। কাৰাগাৰৰ মাজত থকা শাকনিবাৰী দুখন এই কৃষক পৰিয়ালৰ মানুহবোৰৰ কাৰণে তেনেই সামান্য কাম। ৰন্ধা-বঢ়াৰ কাম কষ্টকৰ। কিন্তু বহুতে এই কাম পালপাতি কৰে কাৰণে কষ্টকৰ বুলি ক'ব নোৱাৰি। মই বহুতক সদায় জুম পাতি কোমল ৰ'দ গাত লৈ মেল মাৰি থকাহে দেখা পাইছোঁ। হাজোতীবোৰৰ আৰু সুবিধা। সিহঁতে একো কৰিব নেলাগে। কাৰাগাৰৰ নিয়ম অনুসৰি যদি সকলো বস্তু নিৰিখমতে খাবলৈ দিয়া হয় তেনেহ'লে সিহঁতৰ পুষ্টিহীনতাৰ প্ৰশ্নই নুঠে। সেই কাৰণেই সৰু সৰু চোৰ আৰু জেপ লুকুকা ল'ৰাবোৰৰ কাৰণে জেলখন ঘৰতকৈয়ো আপোন।

**৩ ফেব্ৰুৱাৰী, ১৯৮১ :** যোৰহাট কাৰাগাৰৰ প্ৰাচীৰৰ উচ্চতা ১৫ ফুট। মাজে মাজে ১২ ফুট। ইয়াৰ আওহতীয়া চুকবোৰত অনবৰত একোটাকৈ ৱাৰ্ডাৰে পহাৰা দি থাকে। তথাপি অলপ সুবিধা পালেই পাৰ হৈ যাব পৰা দহটামান দুৰ্দান্ত কয়দী ইয়াত আছে বুলি ৱাৰ্ডাৰ এটাই মোক ক'লে। এবাৰ এই যোৰহাট কাৰাগাৰ চাবলৈ অহা আমেৰিকান এজনে কৈছিল বোলে ইয়াৰ ৰক্ষণাবেক্ষণ অৱস্থা ঠিক নহয়। তেওঁৰ নিচিনা মানুহে হেনো দিনটোত তিনবাৰ ইয়াৰপৰা পলাই তিনি বাৰ সোমাবও পাৰে।

এগৰাকী আকৰ্ষণীয়া ভদ্ৰ মাহিলাক কাৰাগাৰৰ কাৰ্যালয়ৰ খিৰিকীৰ কাষত এতিয়ালৈকে দুবাৰ দেখিছোঁ। তাইৰ বেশভূষাও বেচ সুৰুচিপূৰ্ণ। কোনোবা যুৱতী শিক্ষয়িত্ৰী বা প্ৰবক্তা যেন লাগে। উচ্চতা প্ৰায় পাঁচ ফুট চাৰি ইঞ্চিমান। ক্ষীণাঙ্গীয়ে যেন ৰূপ-কামনাৰ পয়োধিত এই মাত্ৰ অবগাহন কৰি আহিছে! মোৰ কৌতূহল হ'ল আৰু মনে ৰচা পৰিচয়ক কুঠাৰঘাত কৰিলে সহকাৰী কাৰাধ্যক্ষ এজনৰ উত্তৰে : তাই....ৰ ঘৈণীয়েক। সি দুৰ্দান্ত ডকাইত। তাৰ যাবজ্জীৱন কাৰাদণ্ড হৈছে। হি ইজ্‌ ফিনিচ্‌ড।"

মই নিজকে নিজে প্ৰশ্ন কৰিলোঁ ঃ ভদ্ৰ মহিলাৰে তোমাৰ সহানুভূতি হৈছে নে? বাহিৰলৈ গৈ হয়তো ইয়াৰ উত্তৰ পাম। কাৰণ তাইৰ নামটো মই সুধি থৈছোঁ। কিন্তু আজিয়েই যে তাইৰ সবিশেষ জানিব পাৰিম ভাবিব পৰা নাছিলোঁ। তাইৰ বিষয়ে একে পৰ্যায়ৰ আন এটা ডকাইতক সোধাত সি ক'লে, "অ', চাৰ, তাইৰ কথানো কি কম? 'হেৰিয়াৰ' ঘৈণীয়েক বুলিহে শুনিছে? তাই কেনেকৈ তাৰ ওৱাইফ হ'ব? তাই চিম্প্‌লি তাৰ দলৰ এজনী মাইকী। অৱশ্যে তাই বেচ গুলী চলাব পাৰে!"

এৰা, চেহেৰাৰ লগত যে বৃত্তি, প্ৰবৃত্তি আৰু মনোবৃত্তিৰ কি প্ৰচণ্ড প্ৰভেদ!

**৫ ফেব্ৰুৱাৰী, ১৯৮১ ঃ** ডকাইতি কেছত পৰা হাজোতী এটা এইখন কাৰাগাৰতে আছে। ডকাইতি হোৱাৰ দিনা তাৰ ঘৰ খানাতালাচ কৰোঁতে কেইপদমান বস্তু পোৱাত পুলিচে ঘৈণীয়েককে ধৰিলে। এতিয়া তায়ো ইয়াতে আছে। লগত চাৰি পাঁচ বছৰীয়া মৰম লগা ছোৱালী এজনী। মাক-জীয়েকৰ কাৰণে ভাত নিবলৈ কণমাণি ছোৱালীজনী থাল পাতি বৈ থকা দেখিলে মোৰ বৰ দুখ লাগে। তাইৰ মাকৰ হয়তো সোনকালে মুক্তি হ'ব। তায়ো যাবগৈ। কিন্তু তাই থকা কাৰণে মহিলা কয়দীবোৰে একসুৰীয়া জীৱনত কিছু জীপ আনিব পাৰিছে। তাই যোৱাৰ পাছত সিহঁতৰ অন্তৰ উকা হৈ পৰিব কিজানি।

ইয়াত মেটোৰৰ কাম কৰা মানুহবোৰ জাতত মেটোৰ নহয়। যি কোনো জাতৰ দুটা এটা কয়দীয়ে এই কাম কৰিবলৈ গাত লয়। সিহঁতৰ লাভ হয়। আনতকৈ বেছি ভালকৈ খাবলৈ পায়। সিহঁতৰ আহাৰত সদায় কুকুৰাৰ মঙহ থাকেই। তদুপৰি কাৰাদণ্ডৰ দুদিনমান বেছিকৈ ৰেহাই পায়। আনে কাম কৰাৰ কাৰণে দিনে এটকাকৈ পায় সিহঁতে দেৰ টকাকৈ। যোৰহাটৰ জেলত সিহঁতক 'মেত্ৰচালি' বোলে। ডিব্ৰুগড়ত বোলে 'বামুণচালি' আৰু গোলাঘাটত 'বৰচালি'।

এক তাৰিখৰপৰা তেজপুৰৰ ছাত্ৰ-নেতা কাৰ্তিক হাজৰিকাক



পাইছোঁ। তেনেই কাৰ্তিকৰ দৰে ৰূপ। তেওঁৰ অসমৰ সমস্যা সম্পৰ্কে ধাৰণা সুস্পষ্ট। কথা বতৰাত এদিন ভাল নেতা হোৱাৰ প্ৰতিশ্ৰুতি আছে।

**৭ ফেব্ৰুৱাৰী, ১৯৮১ ঃ** আজি শিৱসাগৰৰ জীৱন বীমাৰ বিষয়া কৃষ্ণ অধ্যাপকেও আমাৰ লগ ল'লেহি। মানুহজন প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা। মনটোও অধ্যয়ন-পুষ্ট। এতিয়া আমি তিনিজন হলোঁ। নিঃসঙ্গতাৰ অৱসাদ ঠিতাতে বাষ্পীভূত হ'ল।

যি ক্ষণিক পাশৱিক শক্তিৰ বশৱৰ্তী হৈ এটা মানুহ খুনী হয় সি হয়তো কাৰাগাৰৰ চাৰি বেৰৰ মাজত থাকিও সেই শক্তিক দমন কৰিব নোৱাৰে। কালি এটা কয়দীয়ে কাম কৰি থাকোঁতে আন এটাক ছুৰী মাৰিলে। সি খুনী। বাৰ-চৈধ্য বছৰ কাৰাগাৰত কেনেকৈ থাকিম, এই চিন্তাই কিজানি তাৰ মগজ গৰম কৰি আছে। সি অলপতেহে জেলত সোমাইছে।

আজি আকৌ তেনেকুৱা কয়দী এটাই কাজিয়াত আন এটা কয়দীৰ গালত আৰু কঁকালত বটালি বহুৱাই দিলে। সিও জীৱনবন্দী।

কাৰাগাৰৰ হাস্পাতালৰপৰা ওলাই আহোঁতে এজনী বেচ জাকতজিলিকা ছোৱালী দেখিলোঁ। তাই জামাদাৰৰ লগত ফিমেল ৱাৰ্ডৰ ফালে আহি আছে। তাইৰ মৰম লগা মুখখন মলিন। বয়স বিশৰ ওচৰাওচৰি। তাইৰ আখ্যান পীৰিতিৰ আখ্যান। অৱশ্যে আখ্যানটো জামাদাৰৰ মুখে শুনাহে। তাই বিয়াৰ পাছৰ প্ৰথম কেইমাহমান বেচ সুখেৰে আছিল। এনেতে এটা সৰ্বনশীয়া ডেকা লম্ভিলহি। সি তাইক আহুদি কৰিলে। ফলত তাইৰ এনে অৱস্থা হ'ল যে তাই অনবৰত সেই আহুদি কৰা ডেকাটোৰে মাত আৰু চৰণ-ধ্বনি শুনি থকা হ'ল। এদিন দুয়ো পলাই আহিল যদিও পুলিচৰ হাতত দুয়ো ধৰা পৰিল। এতিয়া ডেকাটোও 'মেল ৱাৰ্ড'ত। গিৰিয়েকে তাইৰ খা-খবৰ লয়। সি হেনো তাইক প্ৰত্যাখান নকৰে। কিন্তু তাইহে হেনো গিৰিয়েকৰ ওচৰলৈ নেযায়। কাৰাগাৰৰপৰা ওলাই তাই উইভিং বা টাইপ শিকাৰ ইচ্ছা।

আজি এটা কয়দীৰ আমদানি হৈছে। তাৰ জগৰ হ'ল সি নিজৰ ডিঙিত নিজে ৰেপ দিছিল।

**৮ ফেব্ৰুৱাৰী, ১৯৮১ঃ** এবাৰ কাৰাগাৰত ভাওনা চাই থাকোঁতে কোনোবাই কাৰাধ্যক্ষৰে পকেট মাৰিলে। এই কাৰ্য কাৰ হ'ব পাৰে জামাদাৰে সঠিক অনুমান কৰিব পাৰিলে। কাৰাধ্যক্ষৰ টকাৰে সৈতে বেগটো শেষত উদ্ধাৰ হ'ল। এই 'ডাইহাৰ্ড, পকেটমাৰটোৰ প্ৰতি হেনো সেই সময়ৰ কাৰাধ্যক্ষজনৰ ধাৰণা অনুকূলহে হ'ল—কাৰণ তেওঁ তাৰ বিশেষ দক্ষতাৰ হাতে হাতে প্ৰমাণ পায়। ইয়াকে লৈ এটা গল্প হ'ব পাৰে ("পিঞ্জৰবাসীৰ ভাওনা" পঢ়ক)।

কাৰাধ্যক্ষই ৰাতি কোঠালৈ আহি ক'লে যে মোক কাইলৈ ডিব্ৰুগড় কাৰাগাৰলৈ স্থানান্তৰিত কৰাৰ নিৰ্দেশ আহিছে। মোৰ মনটো বেয়া লাগিল। ওচৰতে পৰিয়ালটো আছিল আৰু সকলোকে দেখা পাই আছিলোঁ কাৰণে মোৰ কাৰাগাৰ-জনিত বিচ্ছেদ এক প্ৰকাৰ নাছিল বুলিয়েই ক'ব পাৰি। কথাটো শুনি ঘৰৰ সকলোৰে বৰ দুখ পাব। অৱশ্যে তাত যোগানন্দ গোস্বামী আৰু তীৰ্থ হাজৰিকাক পামগৈ। সেইখন কাৰাগাৰ বোলে ভাল নহয়। ডাঙৰ হলঘৰ এটাও থাকিব লাগে। কেইদিনমানৰ ভিতৰতে কাৰ্তিক হাজৰিকা আৰু কৃষ্ণ অধ্যাপকক এৰি যাবলৈকো দুখ লাগিল।

যোৰহাট কাৰাগাৰ মোৰ বৰ ভাল লাগিছিল। ইয়াৰ সকলো কৰ্মচাৰীৰ মানৱীয় গুণবোৰ দেখি মুগ্ধ হৈছিলোঁ। কাৰাধ্যক্ষ কমলাকান্ত ভূঞাৰ লগত মই অন্তৰঙ্গ হৈ পৰিছিলোঁ। ইয়াৰ সহকাৰী কাৰাধ্যক্ষ বাণীকান্ত বৰুৱাই কবিতা লেখে। এখন কবিতা পুথিও ছপাইছে। সহকাৰী কাৰাধ্যক্ষ প্ৰবীণ শৰ্মাৰ গল্প লিখিবলৈ ইচ্ছা। তেওঁলোকৰ লগত ভাষা-সাহিত্যৰ আলোচনা কৰিবলৈ ভাল লাগিছিল।

**১০ ফেব্ৰুৱাৰী, ১৯৮১ঃ** যোৰহাটৰপৰা স্থানান্তৰিত কৰাৰ আগতে মোৰ ল'ৰা-ছোৱালী কেইটা আৰু পৰিবাৰ আহিছিল। ৰাজেন চৌধুৰী আৰু দ্বীপেন দত্তকে ধৰি মোৰ লগৰ বহু মানুহ। সিম্‌সিমীয়া বৰষুণ।



ভেনেটখনত কেৱল মই আৰু বন্দুকধাৰী আধা ডজন পুলিচ। তেওঁলোকৰ ব্যৱহাৰ বৰ নম্ৰ। লগত যোৱা বিষয়াজনৰ অৱসৰ পাবলৈ অলপ দিনহে বাকী। তেওঁ কয়, "আপোনালোকৰ জীৱন ধন্য। ৰাইজৰ মানুহ। আমি কেৱল চাকৰিহে কৰিলোঁ। আমাক সমাজে গণ্য নকৰে।" বাটত তেওঁলোকে মোক বেচ খুৱাই বুৱাই লৈ গৈছিল। ডিব্ৰুগড় পাওঁতে সন্ধিয়াই লাগিল।

ইয়াৰ কাৰাগাৰ অধীক্ষক নেওগত বাদে বাকীবোৰ মানুহ পোনতে মোৰ প্ৰতি উদাসীন। সহকাৰী কাৰাধ্যক্ষ কেইজনক দেখিলে ভয়ত পেপুৱা লগা নাইবা ষড়যন্ত্ৰত লিপ্ত থকা মানুহ যেন লাগে। ইয়াত, কাৰাগাৰটো দুভাগে বিভক্ত। ইটাৰ দেৱালে আগুৰা বৃহত্তৰ অংশটোত দণ্ডিত কয়দীবোৰ থাকে আৰু ইটো অংশত থাকে হাজোতীবোৰ। ইয়াৰে এটা ডাঙৰ কোঠাত নিৰাপত্তা বন্দীসকলক ৰখা হৈছে। ইয়াৰ বেছি অংশ বাঁহৰ গোজ দি বনোৱা বেৰেৰে আগুৰা। আকাশলৈ মূৰ কৰি থকা বাঁহবোৰ জোং থকা। পিছে মাটিৰ ওচৰৰ ভালেমান বাঁহ পঁচিছে। পাঁচ মিনিটমান ৱাৰ্ডাৰৰ পাহাৰা নেথাকিলে, যিকোনো মানুহ পলাই যাব পাৰে।

'মোক যিটো কোঠালৈ নিয়া হ'ল তাত যোগানন্দ গোস্বামী আৰু তীৰ্থ হাজৰিকাত বাদেও দুলীয়াজান মহাবিদ্যালয়ৰ অধ্যাপক নিত্যা দত্ত আৰু বীৰেন চুটীয়াক পালোঁ। দুজন উঠি অহা ডেকাও আছেঃ তৰুণ হাজৰিকা আৰু বেদানন্দ মহন্ত। মুঠতে ইয়াত আমি সাতজন। মোক পাই তেওঁলোকৰ সকলোৰে বৰ ফুৰ্তি। ইয়াত সা-সুবিধা যোৰহাটতকৈ কম আৰু বিষয়াসকল ভাল নহয়। কক্ষ-সংলগ্ন চেনিটেৰী পায়খানাটোত চাৰি পাঁচ ঢাপ চিৰি উঠিব লাগে। ইয়াত বৰ ঠাণ্ডা আৰু মহ। আমাক পাঁচখনকৈ দামী ৰাগ দিয়ে। মহৰ প্ৰকোপত পায়খানাত বহি থকাই টান।

এটা ডাঙৰ কোঠাত মানুহৰ বিছনা। হস্পিতেলৰ ৱাৰ্ড যেন লাগে। তাতে আমি থাকোঁ।

১৩ ফেব্রুৱাৰী, ১৯৮১ : ইয়াত আটায়ে ৰংৰহইচ কৰি থাকি নিজকে পাহৰি আছোঁ। নিত্যা দত্ত এই জীৱনৰ লগত বৰ অভ্যস্ত। আগতে তেওঁ এইখন কাৰাগাৰতো আছিল, গুৱাহাটী আৰু ভাগলপুৰৰ কাৰাগাৰতো আছিল। তেওঁ পিন্ধা প্ৰায়বোৰ পোছাকেই বিভিন্ন কাৰাগাৰত পোৱা। কাৰাগাৰত নিৰাপত্তা বন্দীয়ে কি কি সুবিধা পাব লাগে তেওঁ খুব ভালকৈ জানে। সেই কাৰণে আহাৰৰ তত্বাৱধানত থকা সহকাৰী কাৰাধ্যক্ষ বীৰেন হাজৰিকাই নিজৰ স্বাৰ্থ বজাই তুৰি-মূৰ কৰিব খুজিলেও সফল হ'ব নোৱাৰে। হাজৰিকা এনেকুৱা চকাচিন্দা যে এদিন এটা কুকুৰা চৰাই সৰু বুলি ওলোটাই পঠিওৱা হ'ল। তাৰ পাছত অলপ ডাঙৰ এটা আহিল। সেইটো বেমাৰী আছিল। গতিকে সন্ধিয়া সাত বজাৰ পাছত হাজৰিকাই নিজে গৈ বজাৰৰপৰা ৰৌ মাছ আনিবলগীয়া হ'ল।

আমাৰ কোঠাটোৰ সমুখত থকা আমাৰ পাকঘৰটো খেৰী। তাৰ পৰা অহা কয়লাৰ ধোঁৱা আমাৰ কোঠাটোত সোমায়। গতিকে আমি কোৱাত খৰিৰেই বন্ধা-বঢ়া কৰাৰ ব্যৱস্থা কৰিব লগীয়া হ'ল।

ডিব্ৰুগড়ত বোধকৰোঁ যোৰহাটতকৈ ৰৌ মাছৰ সস্তা। আমি সদায় ৰৌ মাছ খাওঁ। যোৰহাটতো বহুত পাভ মাছ খালোঁ।

আমাৰ দৈনন্দিন জীৱন এনেকুৱা : শোৱাৰপৰা উঠি খাওঁ ব্ৰেড্-বাটাৰ আৰু চাহ। এঘণ্টামানৰ পাছত মই আসন-প্ৰাণায়াম কৰোঁ। আমাৰ হলটোত দিনত কাম কৰিবলৈ যোৱা চাহ বনুৱা ল'ৰা এটাই (চাইকেল চোৰ কৰি হাজোতী হোৱা) মিঠা তেলেৰে মোৰ গাটো মালিচ কৰি দিয়ে। ডাঢ়ি খুৰাও। ইতিমধ্যে গা-ধোৱা ঘৰত গৰম পানী দিয়া হয়। গা ধুই অতাই অভ্যাসমতে কৰ্মক্ষেত্ৰলৈ যাবলৈ পিন্ধাৰ দৰে ভাল পোছাক এযোৰ পিন্ধি লওঁ। তাৰ পাছতহে প্ৰাতঃভোজন। ব্ৰেড-বাটাৰ, এটা কণী আৰু এগিলাচ গাখীৰ। দহ বজাৰ লগে লগে আমি সকলো পোছাক-পত্ৰ পিন্ধি সাজু। উদ্দেশ্য—গেটলৈ যোৱা আৰু তাত কৰ্তব্যৰত ৱাৰ্ডাৰ দুটা আৰু এনেয়ে বৈ থকা হাজোতী দুটামানৰ লগত কথা পতা। থিয় হৈ নাইবা ৱাৰ্ডাৰে এৰি দিয়া টুলত মাজে মাজে বহি আড্ডা



দিয়াৰ সময়ত বাহিৰৰপৰা তামোল-পাণ আহি থাকে। এনেকৈয়ে এঘাৰটা বাজে। তেতিয়া জাক পাতি হাজোতী থকা ৱাৰ্ডবোৰ পৰিদৰ্শন কৰোঁ। হাজোতীবোৰ কোন ক'ৰ আৰু কিয় জেলত সোমাল আদি কথা সোধোতেই সময়বোৰ তীব্ৰ গতিত পাৰ হয়।

ইয়াৰ পাছত মধ্যাহ্ন ভোজন। শৰীৰে পৰিশ্ৰম বিচাৰি হতাশ হয়। অথচ আহাৰ বেচ পুষ্টিকৰ। ৰাতি টোপনি নাহে বুলি খোৱাৰ পাছত নোশোওঁ। তাচ খেলোঁ। এই কেই দিনৰ ভিতৰত কেবা প্ৰকাৰৰ তাচ খেল শিকি ল'লোঁ। মোৰ হাতত যথেষ্ট কিতাপ-পত্ৰ আছে। কিন্তু আন ছজন নিৰাপত্তা বন্দী মোৰ এনে মনোগ্ৰাহী সঙ্গী আৰু চৌহদত এনেয়ে সময় কটাই থকা হাজোতীবোৰ ইমান ইন্টাৰেষ্টিং যে পঢ়িবলৈ বা লেখিবলৈ সময়কে নেপাওঁ। অৱশ্যে দিনে তিনিখনমান বাতৰি কাকত পঢ়ো। ৰেডিঅ'ত গান আৰু বাৰ্ত্তা শুনো,—হলত গুজি থোৱা লাউড্‌স্পীকাৰৰ যোগেদি!

আজি আমাৰ মাজলৈ এজন বন্দী আহিছে। তেওঁ নগাঁৱৰ দিলীপ ৰাজখোৱা। ভালেই হ'ল। উচ্চ ন্যায়ালয়ৰ ৰায় মতে কালি যোগানন্দ গোস্বামী আৰু তীৰ্থ হাজৰিকাই মুক্তি পালে। সেয়েহে আজি উৰুঙা উৰুঙা লাগি আছিল। তেওঁলোকক ঢোল-দগৰৰ মাজেৰে গেটত বিদায় দি আহিছিলোঁ। আমাৰ ওচৰৰ কোঠাটোত দিগবৈ, মাৰ্ঘেৰিটা আৰু ডুমডুমাৰ ডেকা ল'ৰা কেইটামান থাকে। তেওঁলোক নিৰাপত্তা বন্দী নহয়। কিন্তু আন্দোলন সংক্ৰান্ত 'জগৰ'ত হাজোতী হৈ আছে। তেওঁলোকে খুব ভাল ঢোল বজায়।

১৪ ফেব্ৰুৱাৰী, ১৯৮১ : কাৰাগাৰৰ চাকৰিত বেচ সুবিধা আছে। এক মাত্ৰ ৱাৰ্ডাৰবোৰত বাদে। কাৰাধ্যক্ষ আৰু সহকাৰী কাৰাধ্যক্ষ আদিয়ে চৰকাৰী বাসভৱনত থকাৰ বাবে একো দিব নেলাগে। এটা বানচো পায়। সিফালে ঘৰুৱা কাম-বন কৰিবলৈ কয়দীবোৰ আছেই। সকলোৰে গাই পোহে। কাৰণ ঘাঁহ কাটিবলৈ আৰু গাইৰ প্ৰতিপাল কৰিবলৈ কয়দী আছেই। খোৱাবস্তু নিকিনাকৈয়ে চলে। কাৰাগাৰত

বস্তুৰ যোগান ধৰে কিছুমান ঠিকাদাৰে। এই ঠিকাদাৰবোৰৰ লগত জেলৰ বিষয়াসকলৰ অসুস্থ সম্পৰ্ক আছে। তাৰ ফলত দুই পক্ষই লাভবান হয়। ঠিকাদাৰবোৰেই কাৰাধ্যক্ষ আৰু সহকাৰী কাৰাধ্যক্ষৰ ঘৰত খাদ্য সামগ্ৰীৰ যোগান ধৰে। আচলতে চাকৰিটো ভাল নহয়। কিন্তু বহুতে এই চাকৰি ভাল পায়,—বাহিৰা দুপইচাৰ কাৰণেই। দুৰ্নীতিৰ এই বিকট ৰূপটো ডিব্ৰুগড় কাৰাগাৰত দেখিছোঁ। ইয়াত আহাৰৰ তত্ত্বাবধানত থকা বীৰেন হাজৰিকা আৰু পোছাক-পাতিৰ তত্ত্বাবধানত থকা জগন্নাথ ভুঞাৰ দৰে ধূৰ্ত আৰু দুৰ্নীতিপৰায়ণ মানুহ খুব কমেই দেখিছোঁ।

জৰাসন্ধই কাৰাগাৰ সম্পৰ্কে লৌহকপাটৰ চাৰিটা খণ্ড লেখিলে। কিন্তু তাত দুৰ্নীতিৰ কথা নাই। তাৰ কাৰণ দুটা হ'ব পাৰে: (১) বৃটিছৰ দিনত দুৰ্নীতি ইমান ব্যাপক নাছিল আৰু (২) জৰাসন্ধই নিজে কাৰাগাৰত কাম কৰিছিল। কিন্তু আমাৰ দিনত কাৰাগাৰত যি পাপ-চক্ৰ চলিছে তাৰ এটা আভাস পালোঁ এই ডিব্ৰুগড় কাৰাগাৰতে। মই পোৱা খবৰখিনি অতিৰঞ্জিত হ'ব নোৱাৰে। মই ৱাৰ্ডাৰবপৰা পোৱা তথ্যৰ লগত মিল পাইছোঁ। তদুপৰি পাঁচটা ৱাৰ্ডাৰৰ পৰিবেশিত তথ্যৰ এটা গড় হিচাপ কৰি লৈছোঁ।

কাণ্ডটো এনেকুৱা: ধৰা যাওক চাৰে চাৰিশ কয়দী থকা কাৰাগাৰত এক লাখ পঞ্চাশ হেজাৰ টকাৰ খাদ্য-সামগ্ৰী লাগে। এই খাদ্য-সামগ্ৰীবোৰ কাৰাগাৰৰ গুদামত সোমোৱাৰ আগতে গেটৰ ৱাৰ্ডাৰে কিমান বস্তু সোমাল লিখি ৰাখিব লাগে। সি ঠিক ডেৰ লাখ টকাৰ খাদ্য সামগ্ৰী সোমাল বুলিয়েই লিখিলে। কিন্তু আচলতে এক লাখ দহ হেজাৰ টকাৰ খাদ্য সামগ্ৰীহে সোমাল। বাকী চল্লিশ হেজাৰ টকা দুষ্ট চক্ৰটোৰ মাজত ভাগ হ'ল। সেই মাহত আহাৰৰ তত্ত্বাবধানত থকাজনে আটাইতকৈ বেছি পালে। কাৰাধ্যক্ষই আৰু কাৰাগাৰ অধীক্ষকেও সিংহ ভাগ পালে। ভুল 'এন্টি' কৰা ৱাৰ্ডাৰটোৱে পালে মাত্ৰ ত্ৰিশ টকা। একোজন সহকাৰী কাৰাধ্যক্ষ আহাৰৰ তত্ত্বাবধানত এখন কাৰাগাৰত ছমাহৰ কাৰণে থাকে। এই ছমাহতে হেনো তেওঁ 'লাল' হৈ যায় অৰ্থাৎ এই কেইমাহত



তেওঁ প্ৰায় ত্ৰিশ চল্লিশ হাজাৰ টকা ঘটে। কাৰাধ্যক্ষই সদায় ইয়াৰ ভাগ পায়। গতিকে কাৰাধ্যক্ষ আৰু কাৰাগাৰ অধীক্ষকৰ 'ওপৰি পাওনা' অবিৰত। ইয়াৰ ফলত 'জেল মেনুৱেল' মতে এটা কয়দীয়ে যিমান খাবলৈ পাব লাগে তাতকৈ কম খাবলৈ পাইছে আৰু হয়তো আৱশ্যকীয় দ্ৰব্যগুণ থকা আহাৰো খাবলৈ পোৱা নাই। ইয়াকে বোলে মৰাৰ ছাল আজোৰা বা শুকান জেওৱা খৰিৰপৰা ৰস উলিওৱা।

কানি-কাপোৰ যোগানৰ ক্ষেত্ৰত অনিয়ম হয়েই। নিজতে প্ৰমাণ পাইছোঁ। মই দুটা পেণ্ট, দুটা হাৱাইন চাৰ্ট আৰু দুযোৰ মোজা ডিব্ৰুগড় কাৰাগাৰৰপৰা পাব লাগে। কিন্তু সাধাৰণতে ধুতি-পাঞ্জাবী কিনা নহয় কাৰণে দুখন ধুতি আৰু দুটা পাঞ্জাবী লাগে বুলি ক'লোঁ। কিন্তু মই ঠগ খালোঁ। সহকাৰী কাৰাধ্যক্ষই যি কেইপদ বস্তু দিলে তাকে পাছত ঘৰত আহি পিন্ধোতে বহুতে ক'লে যে ইমান ডাঠ কাপোৰৰ পাঞ্জাবী সাধাৰণতে চিলোৱা নহয় আৰু ধুতি দুখনৰ দীঘ কম। নাইলনৰ মোজা দুযোৰ ইমান নিকৃষ্ট আছিল যে এমাহহে পিন্ধিব পাৰিলোঁ।

এনেবোৰ কাৰ্যৰ বিৱৰণ এটা লিখি ওপৰলৈ পঠাবলৈ মনস্থ কৰোঁতে এটা ৱাৰ্ডাৰে ক'লে যে এনে কৰিলে একো লাভ নহ'ব। কাৰণ, প্ৰত্যেক কাৰাগাৰৰপৰা এই ওপৰৱালাজনে ভাগ পাই সদায় 'লাল' হৈ থাকে। তেওঁ মাজে মাজে কাৰাগাৰবোৰ পৰিদৰ্শন কৰে। পৰিদৰ্শনৰ দিনা ৰাতি এখন ভোজ-মেল হয়। তাতে প্ৰত্যেক কাৰাধ্যক্ষ আৰু সহকাৰী কাৰাধ্যক্ষই ওপৰৱালাজনক একোটাকৈ লেফাফা দিব লাগে। তাৰ গৰ্ভত থাকে 'মাননী'।

**১৫ ফেব্ৰুৱাৰী, ১৯৮১:** গেটৰ ওচৰৰ ৱাৰ্ডটোৰ বাৰান্দাৰ পকাত বহি তেৰৰপৰা ওঠৰ বছৰৰ বয়সৰ ল'ৰা কেইটামানে 'কোৰাচ' গাইছে—আজকা ফয়চলা হো জায়েগা, হো জায়েগা....। বীৰেন চুটীয়াই সুধিলে, "তহঁতৰ আজি পুৱাতে কি হ'ল?" সিহঁতৰ এটাই ক'লে, আমাৰ দুটামানে আজি খালাচ পাব লাগে।"

এই ল'ৰাবোৰ হেনো সমাজৰ আবৰ্জনা। ইহঁতৰ কিছুমান

জেপলুৰুকা, কিছুমান চোৰ। ইয়াত সাধাৰণতে বিলাতী মাটি, কয়লা, তামৰ তাঁৰ আৰু চাইকেল চোৰেই বেছি। এটা ছাগলী চোৰ আৰু এটা গৰু চোৰ আছে। "এয়ে আমাৰ খেতি"—'অপাৰেশ্যন এৰিয়া' হ'ল চিনেমা হল কেইটা আৰু ৰেল ষ্টেচন। ৰেলৰ দ্বিতীয় শ্ৰেণী কোঠাত এই কামৰ বাবে মাজে মাজে ভাল। উৎসৱবোৰে পকেটমাৰৰ মনত দোলা দিয়ে। উৎসৱ পকেটমাৰৰ 'মৌচুম'।

এই ল'ৰাবোৰ যোত্ৰহীন অসুখী পৰিয়ালৰ সন্তান। একো একোটাৰ আপোন বুলিবলৈ কোনো নাই। চহৰৰ কুখ্যাত অঞ্চল বা বস্তিবোৰ আৰু ৰেল ষ্টেচনৰ প্লেটফৰ্মেই সিহঁতৰ ঘৰ। সিহঁত বাস কৰে বৰ্তমান-টোৰ কাৰণেহে। সিহঁতে ভবিষ্যতৰ চিন্তা নকৰে। সিহঁতৰ চেহেৰা আচৰণ আৰু কথা বতৰাত সৰ্বহাৰাৰ জীৱনৰ বিস্বাদ বিচাৰি পোৱা নেযায়। সিহঁত সদায় আনন্দমুখৰ। হয়তো এয়ে কৈশোৰৰ ধৰ্ম।

কেইটামানৰ কাৰণে জেলখনেই ঘৰ। খালাচ পাই এমাহৰ পাচত আকৌ ওলায়হি। এতিয়ালৈকে পাঁচ ছবাৰ জেললৈ অহা ল'ৰা ছুটামান মই পাইছোঁ। সিহঁতে জাৰৰ দিনত জেললৈ আহিবলৈ বৰ ইচ্ছা কৰে। কাৰণ, প্লেটফৰ্ম, বাৰান্দা, বস্তিৰ ঘৰ আদিত শুই সিহঁতে জাৰত বৰ কষ্ট পায়। সেই কাৰণে কিবা এটা জগৰ লগাই জেলত সোমাবই। কাৰণ ইয়াত সিহঁতে তিনিখন কম্বলেৰে শুবলৈ পায় আৰু খোৱা-বোৱাতো আছেই। দৈনিক সংগ্ৰাম কৰিবৰ প্ৰয়োজন নহয়।

মোৰ কাপোৰ ধুই দিয়া ল'ৰাটো চাবুৱাৰ। ঘৰত কেৱল মাক আৰু সি। সি গাই এজনী চুৰ কৰি ধৰা পৰিল। তাক জামিনত নিওতা নোলাল। ঘৰৰ অৱস্থা ইমান হীন যে মাকে বাচৰ পইচা যোগাৰ কৰি তাক জেলত দেখা কৰিব পৰা নাই। সি চাৰি মাহ আছে। আৰু দুমাহৰ পাছত ব্যক্তিগত জামিন লৈ গুচি যাব।

আৰু এটা ল'ৰাৰ কথা লিখি থোৱা উচিত। সি ডিব্ৰুগড়ৰে। মাক আৰু সি ৰাস্তাৰ কাষত পৰি থকা টেমা, বটল আদি বুটলি,



সেইবোৰ ধুইধাই বিক্ৰী কৰি পেট প্ৰবৰ্তায়। এদিন সন্ধিয়া সিহঁতক পুলিচে ধৰিলে। সন্দেহ হ'ল—সিহঁতে ক'ৰবাত ক'ৰবাত চুলাই মদ যোগান ধৰে। সিহঁতৰ অৱশ্যে ভালেই হ'ল। স্বাধীনতা হেৰাল যদিও কষ্ট কমিল।

এটা চৈধ্য বছৰীয়া চাহ বনুৱা ল'ৰাৰ কাহিনী শুনি আচৰিত হ'লো। তাৰ উচ্চতা পাঁচ ফুটতকৈ কম। গাৰ ৰং শুধ বগা। সি হত্যাৰ অপৰাধত হাজোতী হৈ আছে। ঘৰত হেনো বাপেকে ৰাতি মদ খাই আহি মাকক বৰ মাৰপিট কৰে। এনেকৈ সদায় মাকক অত্যাচাৰ কৰা দেখি তাৰ সহ্য ন'হল। সি গাৰুৰ তলত দাখন লুকুৱাই থ'লে। সেই দিনা ৰাতি বাপেকে আগৰ দৰে গণ্ডগোল কৰোঁতে বাপেকক দুঘাপত শেষ কৰি দিলে।

**১৬ ফেব্ৰুৱাৰী ১৯৮১:** কাৰাগাৰত ৱাৰ্ডাৰবিলাকৰ বৰ কষ্ট আৰু সিহঁতে বিষয়াসকলৰপৰাও বেয়া ব্যৱহাৰ পায়। পুৰণি ৱাৰ্ডাৰ এটায়ো মাহে ৫০০ বা ৬০০ টকাহে দৰমহা পায়। অভাৰ টাইমো খাটিবলগীয়া হয়। অসমীয়া ৱাৰ্ডাৰ কেইটাৰ অৱস্থা বেয়া হ'ব পাৰে, কিন্তু বিহাৰী কেইটাৰ অৱস্থা বেয়া নহয়। কাৰণ সিহঁতে কোৱাৰ্টাৰত গাই পোহে। এবাৰ এটা বুঢ়া ৱাৰ্ডাৰে কয়দীৰ হতুৱাই খেতি কৰাই ৪২ বস্তা ধান পালে। মানুহটো মণিপুৰী। কথাটো কাৰাধ্যক্ষই গম পাই গোটেইখিনি ধান নিজে ল'লে। বুঢ়াই লেছেৰি বোটলা ধান এটিনহে পালে। এইবাৰ সি কয়দী থকা ঠাই এড়ৰাত কৰি খেতি কৰাইছিল। ৱাৰ্ডাৰ কেইটামানে কাৰাধ্যক্ষক ইয়াৰ ভাগ নিদিয়াৰ ব্যৱস্থা কৰিছিল। সেইবাবে কাৰাধ্যক্ষই এই বুঢ়া ৱাৰ্ডাৰটোক বদলিকে কৰালে।

সুবিধা পালে ৱাৰ্ডাৰবোৰে পইচা নেমাৰিব বুলি ক'ব নোৱাৰি। গেইটত থকা কেইটাৰ এই সুবিধা আছে। কোনোবা সম্পৰ্কীয় মানুহ কয়দীক চাবলৈ আহিলে আজি দেখা কৰিবলৈ দিয়া নহ'ব বুলি সিহঁতে নানা কথা কয়। শেষত পইচা লৈ দেখা কৰিবলৈ দিয়ে।

আজি এটা দুখ লগা ঘটনা হ'ল। আমাৰ ভাত বন্ধা কয়দী

জিতেনৰ ঘৈণীয়েকে তাক চাবলৈ ডুমডুমাৰ পৰা আহিছিল। সি দেখা কৰিলত তাই ক'লে যে তাই ঠিক হিচাপত পইচা আনিছিল যদিও গেটৰ পুলিচে পইচা লোৱাত এতিয়া তাইৰ উলটি যাবলৈ এটা পইচাও নাই। সেই কাৰণে জিতেনে মোৰ পৰা পাঁচটা টকা লৈ তাইক দিলেগৈ। সি টকা যোগাৰ কৰিব নোৱাৰাহেঁতেন আবেলি সময় তাই মহাবিপদত পৰিলহেঁতেন। ইয়াকে কেন্দ্ৰ কৰি এটা গল্প হ'ব পাৰে।

আচৰিত কথা যে এনেকৈ দেখা কৰিবলৈ অহা মানুহে দিয়া ধন দিনে প্ৰায় চল্লিছ পঞ্চাছ টকা হয়। ই বোধকৰো কৰ্তৃপক্ষৰ বিদিত। নহ'লে এই দুৰ্নীতিক সহজেই শেষ কৰিব পাৰি। কাৰণ, সন্ধিয়া জেইলাৰে এনেকৈ পোৱা পইচাৰ হিচাপ লয় আৰু নিজৰ জেপলৈ ইয়াৰ শতকৰা পঞ্চাছ ভাগ যায়।

এই কাৰাগাৰত এটা আচৰিত ধৰণৰ ৱাৰ্ডাৰ আছে। হৃষ্ট পুষ্ট চেহেৰা। নাম ৰাধাকৃষ্ণ টেৱাৰী। বয়স আঢ়ৈ কুৰিৰ ওচৰা ওচৰি। অবিবাহিত। ঘৰত জাৰ্চী গাই পোহে। তাৰ পাইচাৰে ককায়েকৰ ল'ৰা-ছোৱালী কেইটা কলেজত পঢ়ে। টেৱাৰীয়ে ভাল উচ্চাঙ্গ সঙ্গীত গায়। মাজে মাজে আমাৰ হলঘৰটোত গায়হি। আমি টেবুলত তাব্‌লা বজাও। সি হেনো লক্ষীমপুৰত থকা কালতে এইবোৰ শিকিলে। পাছত পৰীক্ষা দি "বি, মিউজ" হ'ল। কয়দীবোৰে বাকৰিত ঘাঁহ কাটি থকা সময়ত সি ৰখি থাকোঁতে সি 'হাঃ হাঃ হাঃ' কৰি এইবোৰ গাই-থকা শুনিলে মোৰ হাঁহি উঠে। কাৰণ পৰিবেশটোৰ লগত উচ্চাঙ্গ সঙ্গীতৰ আৰু খাকী পেণ্ট-চাৰ্ট পিন্ধা টিকনিৱালা টেৱাৰীৰ বৈসাদৃশ্য সঁচাকৈয়ে হাস্যোদ্দীপক।

কাৰাগাৰত কিছুমান অদ্ভুত মানুহ থাকে। এটা ভীম যেন কায়ৰ মানুহ ইয়াত আছে। সি ঘৰত পাঁচ কঠা চাউলৰ ভাত খায়। ইয়াত তিনিটামান মানুহে খাব পৰাৰ সমান ভাত খায়। তাৰ ঘৰৰ অৱস্থাও বেয়া নহয়। দুটা ল'ৰাই চাকৰি কৰে। কিন্তু জেললৈ তাৰ দুৰ্বাৰ



আকৰ্ষণ। ঘৰত থাকি আমনি পালে এতোলা সোণ বা কানি জেপত লৈ পুলিচ থানাত হাজিৰ হয়হি।

এটা মাৰোৱাৰী ডেকা আছে যাৰ বাপেক লক্ষপতি। তাৰ বাপেকৰ লগত অহিনকুল সম্পৰ্ক। তাৰ অভিলাষ হ'ল, চুৰ কৰিয়েই সি বাপেকতকৈ বেছি ধনী হোৱা। এই ক্ষেত্ৰত সি সফল হ'ব বুলি তাৰ দৃঢ় বিশ্বাস। তাৰ মতে দুনিয়াখনেই চোৰ। চুৰি আৰু দালালীতকৈ ধন ঘটাৰ আন ভাল উপায় নাই বুলি তাৰ নিশ্চিন্ত ধাৰণা। সম্প্ৰতি সি এখন ট্ৰাক চুৰ কৰাৰ অপৰাধত হাজোতী হৈ আছেহি। তাক আমাৰ পৰিচৰ্যাৰ ভাৰ দিছিল। সি ইমান সুদক্ষ যে আমি ৰাজসুখত আছিলোঁ। কিন্তু সি ইমান মিছলীয়া আৰু অসজ্জাতী যে সি আমাৰ পৰিচৰ্যা কৰাটো বিপদমুক্ত বুলি নেভাবিলোঁ। সি তাৰ ৱাৰ্ডলৈ অধোমুখে যাবলগীয়া হ'ল, তাক দেখিলে অ' হেন্‌ৰীৰ 'ড্য ৰিট্ৰাইভ্‌ড ইনফৰ্মেছন' নামৰ গল্পটোলৈ মনত পৰে। এই গল্পৰ নায়কৰ দৰে এই মাৰোৱাৰী ডেকাটোৱে এক মিনিটৰ ভিতৰতে পাঁচ ছটা তলা খুলি দিব পাৰে—ভি. আই. পি বেগৰ গৰ্ভতলাকে ধৰি।

**১৭ ফেব্ৰুৱাৰী, ১৯৮১ঃ** গণ-আন্দোলনত আৰু হিংসাত্মক কাৰ্যত লিপ্ত বুলি তিনিচুকীয়া, মাৰ্ঘেৰিটা আৰু ডুমডুমাৰ ফালৰ স্কুল-কলেজত পঢ়া ল'ৰাবোৰ পুলিচে ধৰি আনে। সিহঁত আইনৰ ধাৰা মতে এসপ্তাহ দুসপ্তাহৰ কাৰণে জেলত আলহী হয়হি। সিহঁত আমাৰ কাষৰ হলটোৰ মজিয়াত বিছনা পাৰি শোৱে। ল'ৰাবোৰ বৰ সুন্দৰ চেহেৰাৰ। বিশেষকৈ ডুমডুমাৰ দেবু, অপু আৰু দীপু চেহেৰাৰ ফালৰপৰা তেনেই হিন্দী কথাছবিৰ নায়ক। গেঞ্জি হাফ্‌ পেণ্ট, গাম বুট আৰু হেট এটা পিন্ধি যেতিয়া দীপুৱে ঘূৰাফিৰা কৰে তাক দেখি কয়দীবোৰে অবাক হৈ চায়।

এটা জয়পুৰৰ পোন্ধৰ বছৰীয়া ল'ৰা ধান চুৰ কৰাৰ কাৰণে জেলত আছেহি। ঘৰত তাৰ মাক আৰু দুজনী ভনীয়েক আছে। তাক জামিন নিবলৈ ঘৰত পইচা নাই কাৰণে বেচেৰা চাৰিমাহমান জেলত আছে। দুমাহমানৰ পাছত ব্যক্তিগত জামিনত গুচি যাবগৈ।

বহু ক্ষেত্ৰত মোকৰ্দমা হ'লে ঘৰখনে খৰচ কৰিব নোৱাৰাৰ বাবে বহুতৰ লঘু দোষত গুৰু শাস্তি হয়। এটা কঠাল চোৰবো তিনি বছৰ জেল হ'ল। জলকীয়া চোৰ এটাও এবছৰ জেলত আছে। এটা মানুহে তিনিটা কণী চুৰ কৰাৰ কাৰণেও এতিয়ালৈকে আঢ়ৈ বছৰ জেলত আছে। ইহঁতক মই পাইছোঁ। এনেকৈ কাৰাবাস হ'লে ভৰণ-পোষণৰ বাবে চৰকাৰৰহে খৰচ বাঢ়ে। ই অতিৰঞ্জিত কথা নহয়। কাৰণ অস্থায়ী আটক বন্দীৰ গোচৰটো আদালত উঠিবলৈ চাৰি পাঁচ মাহ লাগে। তদুপৰি দিন পৰি থাকে।

অপু-দেবুহঁতৰ হলটোত ঢোল পেঁপা তাল আদি সকলো আছে। সিহঁতে যি কোনো সময়তে এইবোৰ বজায়। ৰাতি ন বজালৈকে বিহু নাচ চলে। মাজে মাজে তাত বীৰেন চুটীয়া আৰু নিত্যা দত্তয়ো যোগ দিয়ে। কেতিয়াবা কেইটামান ল'ৰাই দিনটো পুলিচৰ লকআপত থাকিও সন্ধিয়া জেল পাই ৰাতি ন'টালৈকে বিহু মৰা দেখি বীৰেন চুটীয়াই কয়, "ইমানপ্ৰাণ-প্ৰাচুৰ্যভৰা ডেকা থকা জাতিটোক কোনেও মাৰিব নোৱাৰে।"

**১৮ ফেব্ৰুৱাৰী ১৯৮১ :** চাহেৰ আলি নামৰ জেইল গেইটত পহৰা দিয়া ৱাৰ্ডাৰটোৱে ডিব্ৰুগড় চহৰৰ বেয়া দিশটোৰ কথা ভালকৈ জানে। চাকৰি কালতে সি কাৰাগাৰতে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ডকাইত পাইছে। সি কয় যে কিছুমান ডকাইত আছে সিহঁত কেতিয়াও ধৰা নপৰে। কাৰণ সিহঁতৰ লগত পুলিচ যোগ আছে। কথাটো বিশ্বাসযোগ্য। কাৰণ এতিয়া আমি সকলোৱে জানো যে বিহাৰ আৰু উত্তৰ প্ৰদেশত ডকাইতৰ লগত মন্ত্ৰী এম. এল. এ আদিৰ যোগসূত্ৰ আছে। চাহেৰ আলিয়ে এটা ডকাইত সম্পৰ্কে যিখন ছবি মোৰ আগত দাঙি ধৰিলে তাৰপৰাই ধৰিব পাৰি যে দস্যু-জীৱনৰ প্ৰতি তাৰ আকৰ্ষণ আছে। অৱশ্যে সি এতিয়াও ৱাৰ্ডাৰ হৈ আছে যেতিয়া কাৰাগাৰ-কৰ্তৃপক্ষ চিন্তিত হবৰ সময় হোৱা নাই। কিন্তু কাৰগাৰ কৰ্তৃপক্ষ....। চিন্তিত হৈছে আন এটা ৱাৰ্ডাৰটো, মানে জেইল-পুলিচটোৰ কথা মোক চাহেৰ আলিয়ে নক'লে। ক'বইনো কিয়? কাৰণ সি এতিয়া এটা



দুৰ্দান্ত ডকাইত। জেলত ডকাইত লগ পাই পাই, সিহঁতৰ মুখে দুঃসাহসিক কথাবোৰ শুনি, লগতে সেই জীৱনত মুক্তিৰ বা উন্মুক্ত জীৱনৰ মনে সজা ছবি এখন দেখি আৰু লগতে অৰ্থ-প্ৰাচুৰ্যৰ মাজত থকাৰ সম্ভাৱনা দেখিও সেই ৱাৰ্ডাৰটো এটা ডকাইতৰ দলত সোমাল। অসুস্থ অভিলাষে তাক দস্যু কৰিলে। ডিব্ৰুগড় জিলা কাৰাগাৰত তাৰ নাম আছে। সি কেবা বছৰৰপৰা সাময়িকভাৱে বৰ্খাস্ত হৈ আছে। হয়তো এদিন সি এই জেলত কয়দী হৈ সোমাব। তেতিয়া সি সকলো কয়দীক জেল-প্ৰশাসনৰ অন্যায়বোৰৰ কথা কৈ জেল-কৰ্তৃপক্ষৰ মগজ গৰম কৰি তুলিব।

জেলত যে কিমান অন্যায়! বিশেষকৈ ডিব্ৰুগড় জেলত কয়দী হৈ থকা এই সাধাৰণ মানুহবোৰৰ উপায়হীনতা আৰু শিক্ষাৰ অভাৱৰ চেলু লৈ জেলৰ কৰ্মচাৰীবোৰে মাখিৰ মূৰৰপৰা ঘিঁউ কাঢ়ি খাইছে। জেল মেনুৱেল অনুসৰি এটা কয়দীয়ে সুষম আহাৰেই পাব লাগে। কিন্তু নেপায়। এদিন মই এটা কাণ্ড দেখি অবাক, বিতুষ্ঠ। মই ভাবিছোঁ, মানুহনো বাৰু ইমান হীন হ'ব লাগে নে? সেই দিনা কয়দীবোৰৰ বন্ধা-বঢ়া চাবলৈ গ'লোঁ। দেখিলোঁ যে মস্ত চৰুটোত বক্ বক্কৈ উতলি থকা জোল কিছুমানত মাত্ৰ এক কিলোমান সৰু সৰু মাছ ঢালি হেতাৰে মিহলাই দিয়া হৈছে। ইয়াকে বোলে এচৰু আঞ্জাত এটা জালুক। প্ৰায় পাঁচশ মানুহৰ কপালত ফোঁট দিবলৈকো কিজানি এক কিলো মাছে নাতিব। অথচ জেল মেনুৱেল অনুসৰি এসাজত এটা মানুহে ৩৫ গ্ৰামকৈ মাছ পাব লাগে। সেই মতে প্ৰায় ২৯/৩০ কিলোগ্ৰামমান মাছ জেলত সোমাব লাগে। তাৰ সলনি এক কিলো। ইমান অন্যায়ৰ ভৰত পৃথিৱী তল নেযায় কিয়?

"পিছে, অন্যায়ৰ ধনে নুকুলায়, ছাৰ। ভগৱানৰ চকু নথকা নহয়। প্ৰকাৰান্তৰে সিহঁতে ইয়াৰ প্ৰতিফল পাই আছে।"—এই বুলি কৈ ভাগৱতৰপৰা পদ এটা মাতি ধৰ্মিষ্ঠ ৱাৰ্ডাৰ বৈকুণ্ঠ গগৈয়ে (সজা নাম) ক'লে।

গগৈয়ে উল্লেখ কৰা 'সিহঁত' হ'ল—কাৰাধ্যক্ষ, সহকাৰী কাৰাধ্যক্ষ ইত্যাদি। ঈশ্বৰেনো কি প্ৰতিফল দিলে? ইয়াৰ উত্তৰটো এনেকুৱা: সেই হাজৰিকাডালে আহাৰত পইচা মাৰিলে কি হ'ব? তাৰ জানো সুখ আছে? বিধিমতে মাছ-শাকপাচলি খাবলৈ নোপোৱা কয়দীবোৰৰ শাওপাত নেলাগিল জানো? সি বিয়া কৰোৱা সাত বছৰ হ'ল; এতিয়ালৈকে সি এটা সন্তানৰ মুখ নেদেখিলে। আৰু জেলাৰ বাবুৰ একা? তাকো দুৰ্কপালে খুলি খুলি খাইছে। ঘৰত গজ্‌গজকৈ চাৰিজনী গাভৰু ছোৱালী। পঢ়াশুনাতো তথৈবচ। সিহঁতে কলেজত এবছৰ দুবছৰ পঢ়িছিল হ'বলা। যিটো পেট মোচা ল'ৰা আছে, সিয়ো হ'ল আকৌ কৱিত্ব শক্তি পোৱাৰ আগৰ কালিদাস। আৰু, ছাৰ, ছোৱালী তিনি জনীমানৰ বিয়াৰ বয়সেই পাৰ হ'ল। একোজনীয়ে মেট্ৰনৰ নিচিনা চেহেৰা ল'লেই; লাহী গা বহল হ'বলৈ ধৰিলেই; কঁকাল আৰু পেটত চৰ্বিয়ে দ'ম বান্ধিলেই। সিহঁতৰনো বিয়া হ'ব নে? ঘৰতে 'ঘৰবুঢ়ী' হ'ব লাগিব। গতিকে, ছাৰ, লোকৰ অন্যায় কৰিলে জানো ওপৰৰ নেদেখাজনে সুদায়ে এৰে? অ' এটা নৰাধমৰ কথা ক'বলৈ পাহৰিছোঁৱেই। আমাৰ এচিচ্‌টেণ্ট জেলাৰ আমাৰ সেই বেকামুখীয়া যজ্ঞেশ্বৰ ভূঞা (সজা নাম)। আমি তাক বক্ৰেশ্বৰ ভূঞা বোলোঁ। সি বাৰু কাপোৰ-কানি আৰু 'ফুড'ৰ চাৰ্জত থাকি কম টকা মাৰিলে নে? তুলাপাতৰ ধনেৰে তুলি-গাৰু বনাব পৰা হ'ল। পিছে তাৰ জানো শান্তি আছে, ছাৰ? ঘৈণীয়েকজনী আও বেমাৰী। এই বয়সতে অনবৰত বিছনাত। শৰীৰত কিবা বেয়া অথন্তৰ আছে হ'বলা।

কাৰাগাৰত সাধাৰণ কয়দীবোৰক নিজৰ প্ৰাপ্যখিনি নিদিয়ে। তাৰ উপৰি কয়দী অনুসৰি পক্ষপাতিতাও আছে। তাৰ বাবে চৰকাৰক দায়ী কৰাতকৈ জেলৰ কৰ্মচাৰীকহে জগৰীয়া কৰিব পাৰি। কাৰাগাৰটোক যদি এখন ৰাজ্যৰ লগত তুলনা কৰা হয় তেনেহ'লে ইয়াৰ প্ৰজা হ'ল কয়দীবোৰ। ৰাজ্যপাল হ'ল—কাৰাগাৰ অধীক্ষক। মুখ্য মন্ত্ৰী হ'ল—কাৰাধ্যক্ষ আৰু মন্ত্ৰীসকল হ'ল সহকাৰী কাৰাধ্যক্ষসকল।



মন্ত্ৰীৰ কথা কওঁতে প্ৰাক্তন মুখ্যমন্ত্ৰী গোলাপ বৰবৰা সম্পৰ্কে কথা এটা মনত পৰিল। তেখেতৰ জেইল সম্পৰ্কে যথেষ্ট অভিজ্ঞতা আছে। সঘন কাৰাবাস তেখেতৰ পূৰ্ব্ব জীৱন-ধাৰাৰ এটা অঙ্গ আছিল। তেখেত বহুত ৰাজনৈতিক বন্দীৰ লগত এই ডিব্ৰুগড় কাৰাগাৰতে জৰুৰীকালীন কালত প্ৰায় উনৈশটা মাহ কটাইছিল। তেখেতে তেতিয়া ডিব্ৰুগড় কাৰাগাৰত ভাল ব্যৱহাৰ পোৱা নাছিল আৰু খোৱা-বোৱা আৰু পোছাক-পত্ৰৰ ক্ষেত্ৰত সন্তুষ্ট হ'ব পৰা নাছিল। তদুপৰি সাধাৰণ কয়দীক কৰা অন্যায়ৰ বিষয়ে খুব ভালকৈ জানিছিল।

পিছে তেখেত কাৰাগাৰৰপৰা মুক্তি পাই কেইমাহমানৰ পাছতে যেতিয়া মুখ্যমন্ত্ৰী হিচাপে ডিব্ৰুগড় জিলা কাৰাগাৰ পৰিদৰ্শন কৰিবলৈ আহিল, তেতিয়া কৰ্মচাৰীসকলৰ মাজত হুলস্থুল লাগিল। তেখেতক মূৰতেই থ'ব নে ভৰিত ধৰি সষ্টাঙ্গে প্ৰণিপাত জনাব!

বৰবৰা তেওঁলোকৰ তোষামোদত সদয় হ'ব নোৱাৰিলে। তেখেতে ক'লে, "কয়দীৰ মাজৰপৰা ভালেমান অভিযোগ আহিছে। মই তাকে চাব লাগিব।"

"চাওক, ছাৰ নিজেই দেখি যাওক, ছাৰ। এইবোৰ মানুহক, ছাৰ, ৰজাৰ সুখত ৰাখিলেও আপত্তি কৰিবই।"

"সেয়া পাছ কথা। মই বাৰু কয়দীৰ মাজলৈ এতিয়া যাওঁ। তেওঁলোকে মোক লগ ধৰিব নেলাগে।"

"হয় ছাৰ।"

"হয় ছাৰ, নহয়। মোৰ লগত আপোনালোক কোনো যাব নেলাগে। আপোনালোক থাকিলে সিহঁতে আপত্তিবোৰ কৰিবলৈ ভয় কৰিব।"

ইয়াকে শুনি জেইলৰ সকলো কৰ্মচাৰীৰ বুকু কঁপি গ'ল। প্ৰতিফল হাতে হাতে মিলিল। সেই সময়ৰ কৰ্মচাৰীখিনিক এনে কিছুমান ঠাইলৈ অতি শীঘ্ৰে বদলি কৰা হ'ল,—য'ত 'দুই নম্বৰী' পইচা পোৱাৰ সুবিধা কম আছিল। কিন্তু মই শুনিছোঁ যে এতিয়া হেনো ডিব্ৰুগড়

কাৰাগাৰত সেই মানুহখিনি গোট খাইছেহি আৰু পাপ-চক্ৰৰ সৃষ্টি কৰিছেহি।

**১৯ ফেব্ৰুৱাৰী ১৯৮১ :** কাৰাগাৰত বিশ বছৰৰ তলৰ ল'ৰাবোৰৰ যে সংশোধন নহ'ব এই কথা ধুৰুপ। কাৰণ, আমাৰ 'কল্যাণকামী ৰাষ্ট্ৰ' খনত সিহঁত আবৰ্জনা। তথাপি সিহঁতৰ সংশোধনৰ ব্যৱস্থা আছে প্ৰত্যেক কাৰাগাৰতে। সিহঁতৰ বাবে পঢ়াশালি আছে। ডিব্ৰুগড় জিলা কাৰাগাৰতো আছে! মই হ'লে ইমান দিনে দেখা নাই। কিন্তু মাজে মাজে 'জেল-মাষ্টৰ' বুলি পৰিচয় কৰি দিয়া মানুহ এটা পাওঁ, মাষ্টৰ আছে, ব'ৰ্ড আছে, চকমাটি আছে, ল'ৰাহে নাই। ল'ৰা আছে, কিন্তু পঢ়িবলৈ নাহে। ফুচুলিয়াই মাতিলেও নাহে। অৱশেষত 'জেল মাষ্টৰে' বুদ্ধি এটা পাঙিলে। কাৰাগাৰৰ চৌহদত অনৰ্থক পিন্‌পিনাই ঘূৰি ফুৰা ল'ৰাহঁতক জেল মাষ্টৰে প্ৰলোভন দেখুৱালে। সিহঁতে যদি ক্লাচত বহে তেনেহ'লে গাইপতি পাঁচটাকৈ বিড়ি পাব। ফলত মাষ্টৰে বিড়ি ধোপ এটা দেখুৱাই ট্ৰ-ট্ৰৰাই ল'ৰা গোটোৱা দিনা স্কুল বহে।

এনে এটা দিনতে মই সেই স্কুলৰূপী কোঠাটোত সোমালোঁ। পাঁচটামান ল'ৰাই বিড়ি হুপি হুপি চিলটত আখৰ লিখি আছে। আগত একোখন কিতাপ। মাষ্টৰে চালপীৰাৰ ওপৰৰ চকি এখনত নিৰ্বিকাৰ হৈ বহি আছে।

স্কুলখন হ'ল এটা ডাঙৰ কোঠাত অজবাই দিয়া ১২ ফুট × ১৪ ফুট বহল এডোখৰ ঠাই। তাত বহাৰ ব্যৱস্থা আছে। বৃহৎ কোঠাটোৰ একাষে কয়লাৰ দম আৰু এফালে চাউল-দালি আদি কয়দীৰ ৰচদপাতি।

মাষ্টৰে কয় "ল'ৰাবোৰক এৰন্টা পঢ়ুৱালেই সিহঁতৰ তিতা লাগি যায়। মগজবোৰ চোকা। কিন্তু লিখা-পঢ়াত মন নাই। সিহঁতৰ মতে বৰ বেছি নপঢ়িলে ছুটা এটা ক-ক-ম-ম কৰি একো লাভ নাই। সিহঁতৰ মানত শিক্ষিত মানুহবোৰ বোলে একো একোটা 'চুয়ৰৰ বাচ্চা'।"

এই বুলি কৈ মাষ্টৰজন গহীন হৈ পৰে। পুনৰ মুখ মেলে, "এনেকৈ



জানো কাৰাগাৰ সংস্কাৰ কৰিব পাৰি? আমেৰিকাৰ দৰে এই ল'ৰাবোৰক কেবা বছৰো ধৰি কিবা এটা বৃত্তিমূলক শিক্ষা দিলেহে কামত আহিব। আৰু সিহঁতে তেতিয়াহে পঢ়িব। এতিয়া পঢ়ি যে একো ন'হব সিহঁতে জানে। সেই কাৰণে মই ভাল কথা ক'লেও সিহঁতে ফিচিঙা-ফিচিঙিখন কৰে। এজন শিক্ষকৰ কাৰণে ইয়াতকৈ ডাঙৰ বিড়ম্বনা কি থাকিব পাৰে? চাকৰি এৰিম বুলি ভাবিছোঁ। কিন্তু এৰা জানো ইমান সহজ?"

এই ল'ৰাবোৰ এনেকৈ কাৰাগাৰত থকাৰপৰা সমাজৰ কিবা লাভ হৈছে নে? মাষ্টৰে এই প্ৰশ্নৰ উত্তৰ এনেকৈ দিলে, "লাভতকৈ লোকচান বেছি হৈছে। ইহঁত জেললৈ নহাহেঁতেন, সমাজৰ ক্ষতি কম হ'লহেঁতেন, ভালেমানক লগ পোৱাৰ কাৰণে, একোটা বিদ্যাৰ এক্সপাৰ্টবোৰৰ লগত ভাব-বিনিময় হোৱাৰ কাৰণে, সিহঁত জেলৰ পৰা বেয়া কাম কৰিবৰ বাবে বেছি উপযুক্ততা আহৰণ কৰি—ওলাই যায়।"

**২০ ফেব্ৰুৱাৰী, ১৯৮১ :** কাৰাগাৰখন ব্ৰহ্মাণ্ডৰ এটা ক্ষুদ্ৰ তাঙৰণ। বাহিৰৰ পৃথিৱীৰ সকলোবোৰ বদগুণ ইয়াত আছে। কলা বজাৰ আছে, জুৱা খেলা আছে। টকা থাকিলে ইয়াত যি বিচাৰে তাকে পোৱা যায়। মদ-ভাঙৰপৰা খুব সুগন্ধি তেললৈকে। কিন্তু হাতত টকা নেথাকিলে কাৰাগাৰৰ জীৱন অতি নিৰামিষ আৰু বিৰক্তিকৰ জীৱনত পৰিণত হয়।

ডিব্ৰুগড় জিলা কাৰাগাৰৰ আমি যিটো অংশত থাকোঁ তাৰ আশে পাশে থকা দীঘলীয়া টিনৰ ঘৰ কেইটাত আটকবন্দীবোৰ থাকে। সিহঁত অস্থায়ী। কাৰণ সিহঁত যিকোনো এদিন জামিনত খালাচ হৈ যাব পাৰে। কিন্তু আচল কয়দীবোৰ থাকে কাৰ্যালয়-সংলগ্ন উচ্চ প্ৰাচীৰ-ঘেৰা অংশত। এইখনহে আচল জেল। কিন্তু আমি থকা অংশৰপৰা যিকোনো এটা মানুহ সহজে পলাই যাব পাৰে। কাৰণ আবেষ্টনীৰ ভালেখিনি অংশৰ প্ৰাচীৰখন চেকোৱাৰ নিচিনাহে। ফলা বাঁহৰ নহয়, কিছুমান পুতি থোৱা আগ জোঙা বাঁহৰহে। তাৰ ফাঁকেদি ৰাস্তাটো চকুত পৰে। সেই ফাঁকেদি দেখা জন-প্ৰৱাহে মন উন্মনা কৰে। কেচাৰীঘৰৰ

বাকৰিত জুম বান্ধি থকা আৰু উকীল-মহৰীৰ লগত কথা পাতি থকা মানুহবোৰো চকুত পৰে। থেকাথেকিকৈ গোটা বাঁহ পুতি বন্দীৰ মুক্তি আকাঙ্ক্ষাক গৌণ বুলি বিবেচনা কৰা দেৱালখন হ'ল ভূমি-সংলগ্ন পোতা বাঁহ কিছুমানহে। ইয়াত থকা প্ৰতিটো বন্দীৰ জামিনত খালাচ পোৱাৰ আশা আছে কাৰণেহে ডিব্ৰুগড়ৰ এই সম্প্ৰসাৰিত অংশটোৰপৰা বন্দী পলাই যোৱা নাই। অৱশ্যে চুকে চুকে দিনে ৰাতিয়ে ৱাৰ্ডাৰে পহৰা দিয়ে।

সাধাৰণ কয়দী থকা ব্লক এটাৰ বাৰান্দাত এদিন দেখিলোঁ যে জুম পাতি কেবা ঠাইতো কয়দীবোৰে জুৱা খেলি আছে। সিহঁতৰ ৰখীয়া ৱাৰ্ডাৰ দুটামানেও তাত যোগ দিছে। কয়দী কেইটামানৰ হাতত দহটকীয়া নোটৰ নুৰা দেখি আচৰিত হ'লোঁ। ইহঁতে এই টকাবোৰ পায় ক'ত? উত্তৰ অতি সহজ। সিহঁতক দেখা কৰিবলৈ অহা মানুহে দিয়ে। দেখা কৰিবলৈ অহা মানুহবোৰো কয়দীবোৰৰ দৰে পাতাল জীৱনৰ মানুহ গতিকে পইচা নথকা মানুহ নহয়।

আজি কাৰাগাৰত শুনা এটা কথাত বিশ্বাস জন্মিল! কথাটো হ'ল— কাৰাগাৰত ভাত-দালিবো চোৰাং বজাৰ চলে। ই অবিশ্বাস্য হ'লেও সত্য! খোৱাৰ সময়ত বাকৰিলৈ কেবা ভাৰো ভাত-দালি, শাক পাচলি আহে। ভাত থাকে বিয়াগোম গাম্লা এটাত। দালি ৰখা হয় আলকতৰা বথা টিনত। ততাতৈয়াকৈ বাটিটো ভৰালে যিমানখিনি ভাত ধৰে সিমানখিনি ভাত এটা কয়দীক দিয়া হয়। গতিকে বিলনীয়াটোৱে (সিও কয়দী) ইচ্ছা কৰিলে ভাত কম-বেছি দিব পাৰে। ফলত বহুতৰ ভোক নমৰে। সিফালে দুই এটা কয়দীয়ে খাটিৰ আৰু পইচাৰ জোৰত বন্ধা ঠাইৰপৰাই ভাত-দালি লয়। সেইবোৰ এচুকলৈ আনে আৰু ভালকৈ ভোক নুগুচা কয়দী কিছুমানে সেই ভাত দালি পইচা দি খায়।

**২১ ফেব্ৰুৱাৰী, ১৯৮১:** কালি তিনিচুকীয়া ৰেলৱে হাইস্কুলৰ শিক্ষক শ্ৰীঅজয়ানন্দ বৰাই আমাৰ লগ লৈছেহি। তেওঁ অলপতে তিনিচুকীয়াত বহিবলগীয়া অসম সাহিত্যসভাৰ বাৰ্ষিক অধিবেশনৰ



অভ্যৰ্থনা সমিতিৰ এজন উল্লেখযোগ্য সদস্য। গতিকে এনে সময়ত তেওঁ ৰাষ্ট্ৰীয় নিৰাপত্তা আইন মতে কাৰাবাসত সোমোৱাটো তাৎপৰ্য্যপূৰ্ণ কথা। অসমৰ ৰাইজৰ বুজিবলৈ বাকী নাই যে অসম চৰকাৰ অসম সাহিত্য সভাৰ প্ৰতি খৰ্গহস্ত। শ্ৰীবৰা দেখাত নিজুৰ্ প্ৰকৃতিৰ যেন লাগিলেও তেওঁৰ সংগঠন ক্ষমতা প্ৰচুৰ।

আমাৰ লগৰে দুলীয়াজান মহাবিদ্যালয়ৰ অধ্যাপক নিত্যা দত্ত আপোন নীতিৰ প্ৰতি অতিশয় সচেতন। তেওঁক আটক কৰা যুক্তিসমূহ কাৰাধ্যক্ষই দিয়াত তেওঁ গ্ৰহণ কৰিবলৈ সম্মত নহ'ল, কাৰণ উপায়ুক্তই ইয়াক ইংৰাজী ভাষাত লিখি আমাৰ ৰাজ্যিক ভাষাত অপমান কৰিছে আৰু অসমৰ ভাষা আইন মানি নচলি অপৰাধী কাম কৰিছে। (অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাৰ মতে এনেকৈ ইংৰাজীত লিখা বিষয়া সকলৰ বিৰুদ্ধে গোচৰ তৰিব পাৰি।) অৱশেষত এই আটক কৰা যুক্তি থকা কাকতখন অসমীয়া ভাষাতে দিবলৈ উপায়ুক্ত বাধ্য হ'ল।

উপায়ুক্তই আটক কৰাৰ যুক্তি বা কাৰণসমূহ দিয়াৰ পাছত আটক-বন্দীজনে ইয়াৰ প্ৰত্যুত্তৰ দিব লাগে। ইয়াৰ এটি নকল যায় মুখ্য সচিবলৈ আৰু এটা নকল যায় উপায়ুক্তলৈ। অৱশ্যে কাৰা-অধীক্ষকৰ জৰিয়তেহে। নিত্যা দত্তই এই প্ৰত্যুত্তৰ দিবলৈ খৰাখেদা লগোৱা নাই। তেওঁ কয় যে খৰাখেদা লগোৱাৰ প্ৰয়োজন নাই। ইয়াৰ কাৰণ কেবাটাও: (১) ফেব্ৰুৱাৰীৰ শেষত বা মাৰ্চৰ আগ ভাগত উপদেষ্টা সমিতি বহিলে তেওঁক তাত হাজিৰ হ'বলৈ নেমাতে। চৰকাৰে কাৰাবাস দীঘলীয়া কৰিব খুজিলে ৪২ দিনলৈকে এজনক কাৰাগাৰত ৰাখি থব পাৰে। উপদেষ্টা সমিতিয়ে খালাচ দিব পাৰে বুলি সোনকালে তাত হাজিৰ হ'বলৈ নিদিয়াটোত তেওঁক সমূলি দেখিব নোৱাৰা উপায়ুক্তজনৰ এটি অভিসন্ধি থাকিবই। (২) উপদেষ্টা সমিতিখন হেনো চৰকাৰৰ ধেমা-ধৰা সদস্যৰে গঠিত! গতিকে এই সমিতিয়ে হেনো তেওঁৰ কাৰাবাস 'কনফাৰ্ম' কৰিবই।

যেয়ে হওক তেওঁক কৰা কেইটামান অভিযোগ খণ্ডনৰ কথাখিনি

পঢ়ি মই অবাক মানিছোঁ। তেওঁ লিখিছে যে যিজন উপাযুক্ত শ্ৰীবীৰেশ মিশ্ৰই তেওঁক সাম্প্ৰদায়িকতা আৰু গন্দগোল সৃষ্টিৰ বাবে দোষাৰোপ কৰিছে, নিৰীহ মানুহক নিৰ্যাতন দিবলৈ পুলিচৰ লগ হৈ আৰু নিজে ডিব্ৰুগড় জিলাত সাম্প্ৰদায়িকতাৰ বীজ সিঁচি সেই জন বীৰেশ মিশ্ৰই ৰাষ্ট্ৰীয় নিৰাপত্তাৰ পৰিপন্থী কাম কৰিছে বাবে শ্ৰীমিশ্ৰহে তেওঁক সলনি নিৰাপত্তা আইন অনুসাৰে কাৰাগাৰাত সোমাব লাগে।

নিত্যা দত্ত কেবাবাৰো এনেদৰে জেলত সোমাইছে। ১৯৮০ চনৰ গ্ৰীষ্মকালত বিহাৰৰ ভাগলপুৰ জেলত আছিল। এতিয়াও অসমৰ প্ৰায়বোৰ জেলৰ বিষয়ে তেওঁৰ ভাল ধাৰণা আছে। তেওঁ ভাগলপুৰ জেলৰ আখ্যান ক'লে শুনি থাকিবৰ মন যায়। তেওঁলোক থকাৰ সময়ত তাত ইমান গৰম আছিল যে তেওঁৰ গা ক'লা পৰি গৈছিল। ছালখন পোৰৰ দৰে হৈছিল। তাত ডকাইতবোৰৰ হেনো ভৰিত শিকলি থাকে। অতি দুৰ্দান্ত কাৰণেই। তাৰ কয়দীৰ তুলনা আমাৰ কয়দীবোৰ হেনো ৰাজসুখত আছে। দত্তইতৰ ভাত ৰান্ধি দিয়া কয়দীটো প্ৰকাণ্ড। সি ঠিক অসমীয়া মানুহে খোৱা ধৰণৰ জুতি লগাই আঞ্জা-তৰকাৰী ৰান্ধিব পাৰে। ভাল অসমীয়া কয়। তাৰ কাৰণ হ'ল সি মাৰ্ঘেৰিটাৰ ফালেই ভালেমান ডকাইতি কৰিছিল। শেষত এটা বেংক ডকাইতি কৰি ধৰা পৰাৰ কাৰণেই সম্প্ৰতি কাৰাবাস। তাৰ ঘৰো ভাগলপুৰতে। বেচ টকা-পইচা আছে। ভাগলপুৰ 'চিটি'ত তাৰ দুখন চিটি বাচ চলে! বেংকত ৪০ হেজাৰ টকাৰ ফিক্সড্ ডিপজিট আছে।

অধ্যাপক নিত্যা দত্তই জেলত নিজকে বৰ্তিয়াকৈ খাপ খুৱাই ল'বলৈ শিকি লৈছে। 'নিত্যা দত্ত'টো তেওঁৰ প্ৰচলিত নামহে। আচল নাম হ'ল নিত্যানন্দ দত্ত। কিন্তু এই নাম ক'লে কোনেও তেওঁকে উল্লেখ কৰিছে বুলি ধৰিব নোৱাৰিব। ঠিক মোৰ সহপাঠী ইঞ্জিনিয়াৰ পাঠন হাজৰিকাক কিজানি নৃপেন্দ্ৰ চন্দ্ৰ হাজৰিকা বুলি উল্লেখ কৰিলেও কোনেও চিনাক্ত কৰিব নোৱাৰাৰ দৰে।

দত্তই জেলত সুন্দৰকৈ সময় কটাব জানে। পুৱা আঠটাত তৃপ্তিৰে





ৰুটি, মাখন, আৰু চাহ খায়। তাৰ পাছত এঘণ্টামান শীতকালিৰ কোমল ৰ'দ লয়। নটাৰপৰা দহটালৈ যোগাসন কৰে। তাৰ পাছত মালিচ কৰাৰ সময় আহে। ইয়াত মালিচ কৰা ল'ৰা পোৱা যায়। কাৰণ জেলত ১০টা পইচাৰো মূল্য বহুত বেছি। তাৰ পাছত কুহুমীয়া পানীৰে স্নান। স্নান নুবুলি অবগাহণ বোলাই ভাল হ'ব। ইয়াৰ পাছত আটক বন্দী দল (মানে আমাৰ আন কেইজন) এটা লৈ গেইটত পুলিচ দুটামান আৰু তাতে বৈ থকা কয়দী কেইটামানৰ লগত আড্ডা। এই আড্ডাত মই বৰ উপকৃত হওঁ। মই ভাবোঁ—কাৰাগাৰৰ ভিতৰতহে বাহিৰৰ পৃথিৱীখনৰ কথা বেছিকৈ জানিব পাৰি। আড্ডাৰপৰা আহিয়েই হলটোৰ আছুতীয়াকৈ ৰখা ঠাইত নাম-প্ৰসঙ্গ। তাৰ বাবে বটাত তামোল-পাণ, পুথিপাঁজি, প্ৰসাদ, ধূপ-ধূনাৰ ব্যৱস্থাও জেল কৰ্তৃপক্ষই কৰি দিছে। দত্তই পোনতে বৰগীত গায়। আমি তাৰ পাছত ভোৰ তাল বজাই নাম গাই সমস্ত জেল-চৌহদ মুখৰিত কৰি তোলো। শেষত আমি সকলোৱে সেৱা কৰোঁ। দত্তই সবাহৰ মুখ্য লোকজনৰ দৰে পোনতে কাকুতি ঘোষা মাতি আশীৰ্বাদ দিয়ে। সৰ্বশেষত অসমী আইক এই দুৰ্যোগৰপৰা বচাবলৈ থোকাথুকি মাতেৰে বৰ বিচাৰে। মোৰ প্ৰায়ে চকু সেমেকা হয়। ইয়াৰপৰা এটা গল্প হ'ব পাৰে।

ইয়াৰ পাছত প্ৰায় এটা ডেৰটা বজাত ভূৰি ভোজন আৰু নিশ্চিন্ত শোৱণ। শুই উঠাৰ পাছত দুঘণ্টামান তাচ খেল হয়। সন্ধিয়া সংবাদ-পত্ৰ পাঠ। তাৰ পাছত যোগাভ্যাস। শেষত সন্ধ্যাৰ আহাৰ। ইয়াৰ পুষ্টিগুণ দুপৰীয়াৰ আহাৰতকৈ বেছি, তাৰ পাচত নিশ্চিন্তে শয়ন।

অধ্যাপক দত্তৰ জেলজীৱনৰ কাৰ্য্যসূচী আমালৈকো সংক্ৰামিত হৈছে। অৱশ্যে তেওঁ ইয়াতহে যোগাভ্যাস কৰিছে। তেওঁৰ যোগাভ্যাসৰ শিক্ষক মই। তেওঁ তাৰ ফলো পাইছে। দুইসপ্তাহৰ ভিতৰতে তেওঁৰ বহুমূত্ৰ ৰোগ যথেষ্ট নিৰাময় হৈছে। পৰীক্ষাও পোনতে চেনি কম পোৱা গৈছিল। শেষত প্ৰায় নোহোৱাই হ'ল। ই মোক আত্ম-সন্তুষ্টি দান কৰিছে।

দত্তই ৰাৰ্ডাৰ ৰাধাকৃষ্ণ টেৰাৰীৰ বিষয়ে আৰু অলপ কথা ক'লে। টেৰাৰী হেনো ডিব্ৰুগড়ৰে দুই, তিনি ঠাইত ছাত্ৰছাত্ৰীক মাৰ্গীয় সঙ্গীত শিকায়। আমাৰ যোৰহাটৰ দৰ্প শৰ্মাৰ লগত টেৰাৰীৰ বৰ ভাল আছিল। ইন্দ্ৰ শৰ্মা আৰু জিতু তপনো তেওঁৰ ভাল চিনাকি। তেওঁ ঘৰত দুজনী জাৰ্চী গাই পোহে আৰু যথেষ্ঠ গাখীৰ বেচে। নিজৰ খাদ্যও গাখীৰ প্ৰধান সেয়েহে সুন্দৰ স্বাস্থ্য। বয়স আঢ়ৈ কুৰিৰ ওচৰাওচৰি, কিন্তু অবিবাহিত। তেওঁৰ আৰ্জনেৰে ককায়েকৰ ল'ৰা-ছোৱালী কেইটাক উচ্চ শিক্ষা দিছে। তেওঁৰ মাজত ত্যাগৰ জীৱনাদৰ্শ আৰু মহত্ব বিচাৰি পোৱা যায়। বিয়া কিয় নকৰালে বুলি সোধোতে সি তেওঁক এদিন কৈছিল,—"চাহাব, মই ইমান দুখীয়া আছিলোঁ,—বিহাৰৰপৰা মোৰ দৰে ইমান দুখীয়া মানুহ কিজানি এতিয়ালৈকে অহা নাই। আচল বয়সটো উপাৰ্জনৰ বাবে ৰণ কৰোঁতেই গ'ল। আৰু চাহাব, পইচা নেথাকিলে বিয়াৰপৰা সুখতকৈ দুখহে বেছি হয়।"

**২২ ফেব্ৰুৱাৰী ১৯৮১ঃ** তাৰ ঘৰ উত্তৰ লক্ষ্মীমপুৰত। এতিয়াও গোচৰ চলি আছে কাৰণে তাৰ নামটো নোকোৱাই ভাল। ধৰি লোৱা যাওক যে তাৰ নাম আব্দুল্লা। পুলিচ আৰু জেল-ৰাৰ্ডাৰৰ মতে সি অতি দুৰ্ধৰ্ষ ডকাইত। ওখ পাঁচ ফুট সাত ইঞ্চিমান হ'ব। গাটো লাহী। গাৰ ৰং মিঠাবৰণীয়া। বয়স আঠইছ বছৰমান হ'ব। দেখিলে ডকাইত বুলি ভাবিবই নোৱাৰি। তাৰ বেয়া গুণ আটাই কেইটা আছে—দস্যুগিৰি, নাৰীহৰণ, হত্যা ইত্যাদি। তাৰ দলটোও তেনে ধৰণৰ। নিষ্ঠুৰ প্ৰকৃতিৰ। কিন্তু এতিয়া জেলত তাক তেনে ধৰণৰ যেন নেলাগে।

চাৰি পাঁচ বছৰৰ আগতে সি ধৰা পৰিছিল। সেই সময়ত এইটো বৰ ডাঙৰ খবৰ আছিল। পুলিচ আৰু ৰাইজৰ সহযোগতহে তাক ধৰা পেলাব পৰা গৈছিল। তেতিয়া ৰাইজ আৰু পুলিচে তাক হেঁপাহ পলুৱাই মাৰিছিল। তাৰ ভৰি এখনৰ হাড় কেইডাল বেয়াকৈ ভাগিছিল। তেতিয়াৰেপৰা এই চাৰি পাঁচ বছৰ তাৰ ভৰিখন প্লাষ্টাৰতে আছে। পেং এডাল লৈ খোজ কাঢ়ে।



পোনতে চিকিৎসা কৰি তাৰ হাড় জোৰাব নোৱাৰিলে। সেই কাৰণে তাক ডিব্ৰুগড়লৈ অনা হ'ল। অসম চিকিৎসা মহাবিদ্যালয়ৰ অভিজ্ঞ অধ্যাপক ডাঃ শিৱ বৰুৱাই তাৰ ককাঁলৰপৰা হাড় এডোখৰ কাটি আনি ভৰিত লগাই তাক খোজ কাঢ়িব পৰা কৰিলে। এনেতে এদিন তাক কেছাৰীলৈ নিওঁতে তাৰ লগত পুলিচ এটাৰ কাজিয়া লাগিল। দৰৱাদৰৱি কৰোঁতে সি ওপৰৰপৰা পৰি গ'ল আৰু বহু কষ্ট কৰি ভাল কৰা ভৰিখন আকৌ ভাগিল।

গতিকে অব্দুল্লাৰ ভৰিখন আকৌ প্লাষ্টাৰত। সি প্ৰায়ে সম্প্ৰসাৰিত কাৰাগাৰৰ গেইটত পূজা, ডুবে, চাহেৰ আলি আদি ৰাৰ্ডাৰ কেইটাৰ লগত কথা পাতি থাকে। তাৰ লগত প্ৰায়ে থাকে, ভাইটি নামৰ প্ৰায়ে আটক বন্দী হিচাপে ঘনে ঘনে অহা, ডিব্ৰুগড়ৰ বিশিষ্ট পকেটমাৰ, বিছ-বাইছ-বছৰীয়া ল'ৰা এটি।

আমি ওলালেই আব্দুল্লাই আমাৰ কথা খুব মনোযোগেৰে শুনে। সি আমাক খুব সন্মান কৰে। মাজে মাজে আমাৰ কথাত যোগ দিয়ে। মাজে মাজে মই অকলে গেইটলৈ আহোঁ আৰু তেতিয়া আব্দুল্লাক নিবিড়ভাৱে পাওঁ। মোৰ তাৰ লগত বেচ এটি সংযোগ হয়। কাৰণ সি এদিন এনেকৈ কোৱা শুনিবলৈ পাওঁ, "ছাৰ, আপোনালোক যোৱাৰ পাছত আমাৰ বৰ বেয়া লাগিব। এতিয়া সদায় দুই একেষাৰ নতুন কথা শুনিবলৈ পাইছোঁ। জেইল আৰু পুলিচৰ খচ্চৰামিবোৰ পাহৰি আছোঁ।"

মই তাক অকলে এদিন সোধোঁ "আব্দুল্লা, তুমি বাৰু ডকাইত হ'লা কিয়? তুমি বেচ বুদ্ধিমান। যিকোনো এটা বৃত্তি লৈ ভালকৈ থাকিব পাৰিলাহেঁতেন।" মই ইয়াৰ যি উত্তৰ পালোঁ সেয়ে হ'ল তাৰ জীৱনৰ মূল্য বক্তব্য, য'ৰপৰা এটা গল্প হ'ব পাৰে। সি ক'লে, "আপোনালোক যে কিয় ডকাইত হোৱা নাই, তাকে ভাবিহে মই আচৰিত হওঁহক। এইখন পঁচা সমাজত ইমান অন্যায়, ইমান অনীতি, ইয়াত অনিয়মেইহে নিয়ম। গতিকে আমি এইখন সমাজক অস্বীকাৰ কৰি ডকাইত হৈ বচাৰ বাহিৰে উপাই নাই। এইটোক আপোনালোকৰ ভাষাত চেলেঞ্জ বোলে! এৰা,

চেলেঞ্জেই। বেয়া নেপাব, ছাৰ। অৱশ্যে আপোনালোকক মোৰ সদায় সেৱা কৰিবৰ মন যায়। দেশৰ কাৰণে জেললৈ আহিল কাৰণে। অথচ আপোনালোকৰ দৰে বহুত ভাল ভাল চাকৰি কৰা মানুহ আছে যি নিজ ল'ৰা-তিৰোতাৰ বাহিৰে একো নেভাবে। আনকি খবৰৰ কাগজখন নপঢ়া এম. এ. পাছ মানুহ মই পাইছোঁ।"

আব্দুল্লাৰ চকু সেমেকিছিল। মই ভাবিছোঁ,—আব্দুল্লা দস্যু হ'ব পাৰে, কিন্তু সি ডিব্ৰুগড়ৰ কাৰাগাৰৰ কাৰাগাৰকৰ্মী কিছুমানৰ দৰে হীনাত্মা নহয়, তাৰ এক স্পষ্ট ব্যক্তিত্বও আছে। যোৰহাট আৰু ডিব্ৰুগড়ৰ কাৰাগাৰত মই এতিয়ালৈকে কেবাটাও ডকাইত পাইছোঁ, প্ৰত্যেকৰে একোটা চাৰিত্ৰিক বৈশিষ্ট্য আৰু মনোগ্ৰাহী ব্যক্তিত্ব দেখিছোঁ।

কয়দীবিলাকৰ ভিতৰত ডকাইতবোৰহে মোৰ বৰ পচন্দ হয়। সিহঁত বাহিৰৰ পৃথিৱীখনতো এক প্ৰকাৰ বীৰ পুৰুষ আৰু কাৰাগাৰৰ ভিতৰতো। বন্দী জীৱনে সিহঁতৰ চাৰিত্ৰিক বৈশিষ্ট্যক কাঢ়ি নিব পৰা নাই। এই ব্যক্তিত্বক বোধ হয় জেল কৰ্তৃপক্ষই স্বীকৃতি দিছে। ইয়াৰ প্ৰমাণ আছে। যোৰহাট কাৰাগাৰত হেলেন নেওগৰ 'চেল'তে তক্তাপোচ। বিছনাখন ভাল। প্ৰাতঃভোজন কৰে ৰুটি মাখন আৰু কণীৰে। সুন্দৰ পোছাক পিন্ধে। চেহেৰাও বেচ ভাল। মই পোনতে তেওঁক এচিচ্‌টেণ্ট জেইলাৰ বুলিয়ে ভাবিছিলোঁ।

আব্দুল্লাৰ মানুহ জাতিলৈ বিতৃষ্ণা নাই, আছে সমাজলৈহে। বিশেষকৈ সমাজৰ ওপৰ শ্ৰেণীটোলৈ আৰু ৰাজস্থানী ব্যৱসায়ী মানুহবোৰলৈ। তাৰ মতে এই ৰাজস্থানী বেপাৰীবোৰেই হেনো সকলো দুৰ্নীতিৰ মূল! সিহঁতে মানুহক প্ৰকাৰান্তৰে কিনি মানুহৰ চৰিত্ৰৰ মূলধন নষ্ট কৰিছে। দুখীয়া মানুহৰ ছোৱালী দেহৰ ব্যৱসায়ত নমাৰ পৰা বৰ বৰ আমোলাৰ ঘৈণীয়েকবোৰ সুৰামত্ত হৈ বিবাহ-বহিৰ্ভূত প্ৰেমত লিপ্ত হোৱালৈকে সমাজৰ সকলো অপকাৰী কাৰ্য্যৰ মূলতে এই ৰাজস্থানী বেপাৰীবোৰ বুলিয়েই আব্দুল্লাই স্পষ্ট মত শুনাই দিলে।

তাৰ কিছুমান অনুমান হয়তো সঁচা। তাৰ এটা প্ৰমাণ দিওঁ—প্ৰায়



পাঁচ বছৰৰ আগৰ কথা। ৰাতি দহ বজাত মই পেট্ৰলৰ কাৰণে গৈ পেট্ৰল ডিপু পাই দেখোঁ যে এখন এম্বাচেডৰ গাড়ীৰ পিছৰ চিটত এজনী ছোৱালী। আগত মাথোন ড্ৰাইভাৰটো। গাড়ীখন যোৱাৰ পাছত মই পেট্ৰল ভৰোৱা ল'ৰাটোক সুধিলোঁ, "ছোৱালীজনী গাড়ীখনৰ মালিকনী নে কি?" সি ক'লে "বাৰু কথা কৈছে! তাইক অনাইছে—মাৰোৱাৰীৰ গাড়ীলৈ। এটা কথা কি জানে? মাৰোৱাৰীৰ তিৰোতাবোৰ গাড়ীৰ ফালে কেতিয়াও নাহে।"

আব্দুল্লাৰ ৰোষ আৰু বিক্ষোভ হ'ল বিশেষকৈ পুলিচ জাতিটোলৈ। সেই কাৰণে সি কয় যে মুক্তিৰ পাছত সি ডকাইতেই হ'ব লাগিব—পুলিচক প্ৰতিশোধ ল'বলৈকে।—"আৰু, ছাৰ, বোমা মাৰি ওফৰাই দিবলৈ ৰানিং গাড়ীয়েই বেছি ভাল। ৰানিং কাৰণে বেলেঞ্চে নেথাকে।" সি কয়, তাৰ পৰিকল্পনা হ'ল এনেকুৱা: জেলৰপৰা সি এটা বিহাৰী ডকাইতৰ লগ হ'ব। এই ডকাইতটোৱেই হেনো বৰ্ত্তমান অসমৰ ভিতৰত ডাঙৰ ডকাইত' তাৰ লগ লৈ হেনো কেবাটাও পুলিচৰ লাও খোলা উৰাই দিব।

**২৬ ফেব্ৰুৱাৰী ১৯৮১:** কাৰাগাৰত এটা মানুহ বাৰ-চৈধ্য বছৰ কেনেকৈ থাকিব পাৰে? থাকিব লাগিবই কাৰণে থাকে। ইয়ো এটা উত্তৰ হ'ব পাৰে। আন এটা উত্তৰ পালোঁ আমাক ভাত ৰান্ধি দিয়া মানুহটোৰপৰা। তাৰ নাম অনন্ত (সজা নাম)। চাহ শ্ৰমিক। যাবজ্জীৱন কাৰাবাস শেষ হ'বলৈ দুবছৰমানহে আছে। গাৰ ক'লা ৰংটো মিহি। মূৰ ভৰ্তি চুলিকোচা কেচ্‌কেচ্‌কৈ ক'লা। তাৰ বয়স ৪৫। কিন্তু দেখাত ত্ৰিশ-বত্ৰিশ বছৰ যেনহে লাগে। সি অতি ভদ্ৰ। পঢ়া-শুনা জানে। কথা শুনিলেই তাক জ্ঞানী মানুহ বুলি ধৰিব পাৰি। তাক এই প্ৰশ্নৰ উত্তৰ সোধাত সি যি ঘূৰাই পকাই উত্তৰ দিলে তাৰ মৰ্ম এয়ে যে ভগৱানত অটল বিশ্বাসে আৰু শাস্ত্ৰত থকা আখ্যানসমূহৰ তাৎপৰ্যই তাৰ সুদীৰ্ঘ নিৰ্মম কাৰাবাসক সহনীয় কৰি তুলিছে। তদুপৰি প্ৰতি দিনৰ শাস্ত্ৰৰ অধ্যয়নে তাক প্ৰকৃত জ্ঞান দি 'বীতৰাগকামক্ৰোধ' কৰিছে বুলি মোৰ অনুমান। অৱশ্যে এই অনুমানো মোৰ আপোন মনৰ প্ৰক্ষেপণ

হ'ব পাৰে। এয়া অনন্ত তাঁতীৰ বিৱৰণ: "পোনতে জেললৈ আহি, চাৰ, এনেভাৱ হৈছিল—মই গোটেই পৃথিৱীখন এন্ধাৰ দেখিছোঁ। জেলেই এন্ধাৰ নহয়, গোটেই দেশেই এন্ধাৰ। এয়ে আছিল মোৰ মনৰ অৱস্থা। হতভম্ব হৈছিলোঁ। থাকিবলগীয়া বছৰবোৰ মনত পৰাত মগজ গৰম হৈ গৈছিল। মগজে কাম নকৰা হৈছিল। যন্ত্ৰৰ দৰে হৈছিলোঁ। কাম নথকা সময়খিনি জুলুকা মাৰি আছিলোঁ। মই ভাবিছিলোঁ, আকৌ পৃথিৱীখন দেখা নেপাম। কেৱল ওপৰেদি জোন-বেলি অহা-যোৱা কৰা দেখি পৃথিৱীখন থকাৰ চিন পাওঁ। ভাবোঁ, এই জোন-বেলিৰ পোহৰ আমাৰ ঘৰটোতো পৰিছে, আমাৰ বাগানৰ সেউজীয়া চাহ গছবোৰতো পৰিছে।"

"ইয়াত প্ৰথম ছমাহ বৰ কষ্টৰ, ছাৰ। পোনতে অত্যাচাৰ হয় ছাল ওকণিৰপৰা। বোধকৰোঁ কম্বলৰপৰা আহে। ইহঁতৰ আকৌ উপদ্ৰপ হয় ৰাতিহে। ৰাতি টোপনি নেযায়। ইহঁতে ছাল ঘূকি ঘূকি বগা কৰি পেলায়। কি শাস্তি! ইহঁতে বেছিকৈ খায় তল পেটতহে। এই দৰে ছমাহ যায়। এতিয়া ভাবিছো, এখন পৃথিৱীৰপৰা আন এখন পৃথিৱীত খাপ খুৱাবলৈ ছমাহ লাগে। তাৰ পাছত চব ঠিক হৈ যায়। চাফা-চুফা হ'বলৈ শিকোঁ। ছালওকণিৰপৰা নিজক বচাবলৈ শিকোঁ। শেষত জেলেই আমাৰ জীৱন........"

ৰাজনৈতিক বন্দী থকা হলঘৰটোতে এঠাইত অনন্ত শোৱে। কিন্তু সি দেৱিকৈ শোৱে। মোৰ বিছনাখন কাষতে, নিত্যা দত্তই থাপনা সজাই থোৱাৰ ওচৰত, লেম এটা জ্বলায়। থাপনাখন আনে। সৰু সৰুকৈ সুৰ লগাই ভাগৱতখন পঢ়ে। দুই অধ্যায়মান পঢ়ি শুই যায়। পুথিৰ সুৰৰ যাদুৱে যেন নিচুকনী গীত গায়। মোৰো টোপনি আহে।

এতিয়ালৈকে অনন্তই মহাভাৰতখন দুবাৰমান শেষ কৰিলে। ভাগৱতৰ কেবাটাও স্কন্ধ শেষ কৰিলে, প্ৰায় তিনিবাৰ। এতিয়া চতুৰ্থবাৰৰ বাবে আৰম্ভ কৰি ভাগৱতৰ দশম স্কন্ধৰ সাতৰ অধ্যায়ত উপনীত হৈছেহি।

ইয়াকে দেখি-শুনি মই ভাবোঁ,—ধৰ্মই কেৱল কাণিৰ ৰাগীৰ কাম কৰে নে, আৰু কিবা আছে? কিবা মহৎ, অচিন্ত্য, বিমূৰ্ত্ত সত্য?



২৭ ফেব্ৰুৱাৰী ১৯৮১: চোৰাংচোৱা এটাই খবৰ দিলেহি যে আমাৰ মাজৰে পাঁচ জনক গুৱাহাটীলৈ চালান কৰিব। আমাক উপদেষ্টা পৰিষদত হাজিৰ কৰাব। চোৰাংচোৱাটোৰ মতে উপদেষ্টা পৰিষদ অহা ৩ মাৰ্চত বহিব। মই ভালেমান চিন্তা কৰি এই সিদ্ধান্তলৈ আহিছোঁ যে মই এই তিনিজনৰ ভিতৰৰে এজন হ'ম আৰু মোৰ মুক্তি নিশ্চিত।

ডিব্ৰুগড় কাৰাগাৰৰ অধীক্ষক শ্ৰীনেওগক বয়সীয়া মানুহ যেন নেলাগে। গাত অলাগতিয়াল চৰ্বি নাই। বেচ স্মাৰ্ট। তেওঁক বৰ ভাল লাগে। পিছে জীৱনত সকলোৰে একেই অৱস্থা হয়। নিজস্ব ভূমিকাৰ এটা সময় থাকে। তেওঁৰো জীৱনত নিজস্ব ভূমিকা পালন কৰাৰ দিন উকলিবলৈ আৰু চৌবিছ ঘণ্টাই নাই। অৰ্থাৎ তেওঁ কাইলৈ অৱসৰ ল'ব। মোৰ বৰ বেয়া লাগিল। এনে এটা দিন এদিন মোৰ জীৱনলৈকো আহিব। তেতিয়া বাৰু মোৰ কেনেকুৱা লাগিব?

নেওগে মোক ক'লে যে অৱসৰ ল'বলৈ পাই তেওঁৰ ভালেই লাগিছে। কাৰণ তেওঁৰ ছোৱালী কেইজনীয়ে ইতিমধ্যে একোটা ভাল ল'ৰা পাইছে আৰু তেওঁৰ ল'ৰা কেইটা এতিয়া জীৱনত সুপ্ৰতিষ্ঠিত।

নেওগে পুনৰ ক'লে, "চাকৰিৰ জহতে আপোনাৰ দৰে লোক এজনক জেলতে দেখা পালোঁ। এনেকৈ জেলতে পোৱা মানুহ—গোলাপ বৰবৰা আদি—এদিন মুখ্যমন্ত্ৰী হ'ল। পিছে এটা কথা, ডক্টৰ বৰা, জেলৰ মানুহ-বোৰ আপুনি ভাল বুলি ক'লে কিয়? মানে জেলত কাম কৰা মানুহ-বোৰ? মুঠতে জেলত কাম কৰা মানুহ ভাল হ'ব নোৱাৰে। সিহঁত অলপ ঠগ আৰু যথেষ্ট কপট হ'বই লাগিব। এইবোৰ চব পইচা-মৰা মানুহ, দৰমহাতকৈ দুই নম্বৰী পইচাই বেছি। বুজিলেতো? অথচ অইন চাৰ্ভিচতকৈ জেলচাৰ্ভিচ বহুত ভাল। ফ্ৰি কোৱাৰ্টাৰ পায়। জেইলাৰ আৰু এচিচ্‌টেণ্ট জেইলাৰে ঘৰত কাম কৰিবলৈ কয়দী পায়। গৰুগাই পোহাৰ ব্যৱস্থা আছে। এই গৰু পোহাৰ কাম কৰে কয়দীয়ে। সিহঁতে গাই গৰুলৈ ঘাঁহ কাটি দিয়ে, দানা খুৱায়। এই অফিচাৰবোৰে এপইচা খৰচ নকৰাকৈ খাবলৈ পায়। পৰিয়ালটোৰো পোহপালৰ খৰচ নাই

বুলিয়েই ক'ব পাৰি। জেলত খাদ্যৰ যোগান ধৰা ঠিকাদাৰবোৰে ঘৰতে শাক-পাচলি, চাউল-দাইল, মাছ-মঙহ পেলাই থৈ যায়হি। এনে ভোগৰ চাকৰি আৰু ক'ত আছে?"

নেওগে কাইলৈ পেঞ্চন পাব যদিও এনেকৈ কাম কৰিছে যে তেওঁক যেন হঠাতে কৰ্মকাল বঢ়াই দিয়া হ'ল। তাকে দেখি মোৰ গীতাৰ বাণী এষাৰি মনলৈ আহিল:

নিয়তং কুৰু কৰ্ম্ম ত্বং কৰ্ম্ম জ্যায়ো হ্যকৰ্ম্মণঃ।
শৰীৰ যাত্ৰাপি চ তে ন প্ৰসিধ্যেদ কৰ্ম্মণঃ॥

(তুমি সংযত কৰ্ম কৰা; কাৰণ কৰ্মত্যাগ কৰাতকৈ কৰ্মৰ অনুষ্ঠান শ্ৰেয়। কৰ্মত্যাগ কৰিলে তোমাৰ শৰীৰ যাত্ৰাও অৰ্থাৎ জীৱন ধাৰণো অসম্ভৱ হৈ পৰিব।)

**২৮ ফেব্ৰুৱাৰী ১৯৮১:** আমি যিকোনো এদিন গুৱাহাটী জেললৈ যাব পাৰোঁ। হয়তো আজিও যাব পাৰোঁ। কাৰাধ্যক্ষ কমল বৰুৱাৰ প্ৰশাসনত অনাৱশ্যকীয় গোপনীয়তাও অতি সতৰ্কভাৱে ৰক্ষা কৰা হয়।

কাৰাগাৰ অধীক্ষক শ্ৰীনেওগৰ আজি সুদীৰ্ঘ চাকৰি জীৱনৰ শেষ দিন, এৰা জীৱন বৰ চুটি।

তেওঁ পুৱাতে মোৰ ওচৰ পালেহি। স্মৃতি ৰোমন্থন কৰিলে। কাৰণ অতীত সদায় মধুৰ। অতীত দিনে দিনে বৃদ্ধি হৈ পালিপোখা মেলি সজীৱ আৰু সুস্পষ্ট হৈ পৰে; আন হাতেদি বৰ্তমানক বৈচিত্ৰহীন, বৰ্ণহীন, নিস্তেজ, বিভ্ৰান্তিকৰ আৰু অপ্ৰয়োজনীয় যেন লাগে। নেওগে কৈ গৈছিল: ........মই বৃটিছৰ দিনতে জেলৰ চাকৰিত সোমাইছিলোঁ। তেতিয়া জেলবোৰ ইমান বিশৃঙ্খল, শিথিল, দুৰ্নীতিযুক্ত আৰু লেতেৰা নাছিল। জেলৰ ভিতৰখন চক্‌চকাই আছিল। All glittering despite absence of electric light and sanitary latrines- মই এতিয়া যিটো চাকৰিত আছোঁ আৰু কাইলৈৰপৰা নেথাকিম, সেইটো চাকৰিৰ দায়িত্ব আছিল স্বয়ং জিলাৰ চিভিল চাৰ্জন, আজিকালিৰ ভাষা মতে, বে-সামৰিক শল্য চিকিৎসক বা জিলা স্বাস্থ্য



বিষয়া। প্ৰশাসনৰ কাম জেলাৰ, এচিচ্‌টেণ্ট জেলাৰ আদিক দি আৰু তেওঁলোকক বিশ্বাস কৰি, এই বৃটিছ চিভিল চাৰ্জনসকলে জেলৰ চৌহদৰ আৰু কয়দীৰ স্বাস্থ্যৰক্ষাৰ প্ৰতিহে অধিক চকু দিছিল। নৰ্দমাবোৰ নিজে ভালকৈ চাইছিল। ৰন্ধা-বঢ়া স্বাস্থ্যসন্মত হৈছে নে নাই তাকো চাইছিল। আওদাখন দাইলেৰে ঘন হৈছে নে নাই তাকো লক্ষ্য নকৰাকৈ থকা নাছিল। মুঠতে দুৰ্নীতিয়ে প্ৰশ্ৰয় পোৱা নাছিল। এই বৃটিছ চিভিল চাৰ্জনসকল গান্ধীবাদী নাছিল; তথাপি দুৰ্নীতিক ঘিণ কৰিছিল। কিন্তু এতিয়া এই গান্ধীৰ দেশত গান্ধীৰ নামত আমি সকলোৱে.......। এস্, সেইবোৰ বাদ দিছোঁ। মুঠতে তেতিয়া কাম কৰি ভাল লাগিছিল।

আৰু অনুশাসনৰ কথা কি ক'ম? তেতিয়াৰ তুলনাত এতিয়াৰ কয়দীবোৰৰ তুলনাই নহয়। তেনেই কটকটীয়া নিয়ম। এতিয়াৰ দৰে গছৰ তলত জিৰাই নাইবা জাৰকালি ৰ'দ কাচলিত বহি কয়দীবোৰে আড়ষ্ট মনেৰে আড্ডা দিয়াৰ প্ৰশ্নই নুঠে।

কয়দীবোৰে খুব কাম কৰিবলগীয়া হৈছিল। দোকমোকালিতে পেৰেড কৰি কামত হাজিৰ হ'ব লাগে। পেৰেড কৰি জেল পাবহি দহ বজাত। পাছত পুৰা দুঘণ্টা জিৰণি। বাৰ বজাত দুপৰৰ আহাৰ। তাৰ পাছত আকৌ কাম। সন্ধিয়াৰ আহাৰৰ পাছত হলঘৰলৈ পেৰেড কৰি যাব লাগিব। নিশ্চুপ হৈ শুই থাকিব লাগিব। কোনো লৰিব নোৱাৰিব। আধা ঘণ্টাৰ পাছত সিহঁতৰ তত্বাৱধানত থকা সহকাৰী কাৰাধ্যক্ষজন ঘৰলৈ বুলি খোজ দিয়াৰ পাছতহে ঘণ্টা বাজিব। তেতিয়াহে কয়দীবোৰে নিজৰ শোৱাৰ ঠাইতে লৰচৰ কৰিব পাৰিব।

**১ মাৰ্চ ১৯৮১:** আমি গুৱাহাটীত উপদেষ্টা পৰিষদৰ আগত হাজিৰ হ'ব লাগিব। আমাক কাইলৈ ডিব্ৰুগড় জেলৰপৰা গুৱাহাটী জেললৈ লৈ যাব। ইয়াকে শুনি দুখো লাগিছে। যদি উপদেষ্টা পৰিষদে (তিনিজন বিচাৰপতিৰে গঠিত) মোক দোষী সাব্যস্ত কৰে, তেনেহলে উচ্চ ন্যায়ালয়ে (য'ত গোচৰ তৰা হৈছে) মুক্তি নিদিয়া পৰ্যন্ত

গুৱাহাটী জেলতে কটাব লাগিব। ডিব্ৰুগড় জেলৰ সহকাৰী কাৰাধ্যক্ষ এজনকো ভাল লগা নাই। কিন্তু মোৰ এই জেল ভাল লগাৰ কাৰণ তিনিটা: (১) আহাৰ খুব ভাল। অপৰ্যাপ্ত পুষ্টিকৰ আহাৰ। ডাঙৰ ডাঙৰ মাছৰ টুকুৰা, বুজন বুজন কুকুৰাৰ মঙহ, অনন্তৰ সুন্দৰ বন্ধা-বঢ়া, প্ৰাতঃভোজনত প্ৰচুৰ কণী-মাখন ইত্যাদি। (২) আন নিৰাপত্তা-বন্দীসকলৰ লগত থাকি বৰ ভাল লাগিছিল। (৩) ইয়াৰ ৱাৰ্ডাৰ শ্ৰেণীটোৰ লগত আমাৰ বেচ সৌহাৰ্দ গঢ়ি উঠিছিল; লগতে জামিনত মুক্তি পোৱাৰ আপেক্ষাত থকা কয়দীবোৰৰ লগতো। ইয়াৰপৰা মোৰ মোক্ষম লাভ হৈছিল। ইহঁতৰ লগত কথা পাতি পাতি লিখিবৰ কাৰণে ভলেমান সম্বল পালোঁ। ইতিমধ্যে তিনিটা গল্প লেখিলোৱেই। গল্প কেইটা হ'ল—মৃত্যুৰ আপেক্ষাত, আক্ৰোশ, যাতনা আৰু পিঞ্জৰবাসীৰ ভাওনা। গল্প লিখা সময়খিনি মোৰ মানত ভগৱন্তৰ অশেষ আশীৰ্বাদ-স্বৰূপ আছিল। সুন্দৰকৈ অৰ্থপূৰ্ণভাৱে সময় পাৰ হৈছিল। এই ফালৰ পৰা গল্প-লেখক হোৱাটো সঁচাকৈয়ে ভাল কথা। ই অতি সুন্দৰ 'হবি'। কাৰণ যিকোনো পৰিৱেশেই একোটি গল্পৰ জন্ম দিব পাৰে।

২ মাৰ্চ ১৯৮২: নিচেই পুৱাতে গেটৰ কাষত কয়দী কিছুমান শাৰী পাতি আছে। সিহঁতেও গম পাইছে যে আজি আমাক গুৱাহাটীলৈ লৈ যোৱাৰ কথা। আমাক নিচেই পুৱাতে লৈ যাব পাৰে বুলি সিহঁতে শোৱাৰপৰা উঠিয়েই আমাক মাত লগাবলৈ এনেকৈ শাৰী পাতি আছে। তাকে অনন্তই ক'লেহি। আমি সাজু হৈছোঁ। ভাবিছোঁ, এই কয়দীবোৰে আমাক বৰ ভাল পাইছিল। সিহঁতৰ একে সুৰীয়া জীৱনত আমি ব্যতিক্ৰম আছিলোঁ। হয়তো সিহঁতে আমাক ডাঙৰ নেতা বুলি ভাবিছিল আৰু আমাৰ যোগেদি সিহঁতৰ দুখদৈন্যৰ অৱসান হোৱাৰ স্বপ্ন দেখিছিল।

আমি আমাৰ হলঘৰটোৰপৰা ওলাই আহিছোঁ। পোনতেই পাইছোঁ শাৰী পাতি থকা কয়দীখিনিক। শাৰীৰ পহিলাতে আছে ডকাইতিত অভিযুক্ত আব্দুল্লা, তাৰ দুয়োখন ভৰি ঘূণীয়া। সি পেঙৰ ওপৰত



কোনো মতে থিয় দি আছে। শাৰীত আছে দুটামান পকেটমাৰ, দুটামান চাইকেল চোৰ, দুটামান সাধাৰণ খুনী।

মই পোনতে আব্দুল্লাৰ গাত হাত দি বিদায় লৈছোঁ। এই অদমনীয় ডকাইটোৱে চকুলোৰে এতিয়া আমাক বিদায় দিছে। মই কৈছোঁ, "আব্দুল্লা, ঈশ্বৰক খাটিছোঁ, তোমাৰ ভাল হওক।" সি কৈছে, "আগতে আপোনাৰ, আপোনালোকৰ ভাল হওক, ছাৰ। আপোনালোকৰ বহুত কাম কৰিবলগীয়া আছে।...."

এতিয়া বাচত আমি সাতজন নিৰাপত্তা বন্দী—মই, নিত্যা দত্ত, তিনিচুকীয়াৰ প্ৰকাশ দত্ত, ঢুলিয়াজানৰ বীৰেন চুটীয়া, তিনিচুকীয়াৰ অজয়ানন্দ বৰা, নগাঁৱৰ বেদানন্দ মহন্ত আৰু মাৰ্ঘেৰিটাৰ তৰুণ হাজৰিকা (ৰুনু)। আমাৰ লগত পুলিচো আহিছে, চোৱাংচোৱাও আহিছে। মুকলি পৃথিৱীখন চাই ভাল লাগিছে। বসন্ত কালৰ শুৱনি অসম। আজাৰ ফুলা নাই, নাহৰো ফুলা নাই। কিন্তু আমে মলিয়াইছে আৰু ইয়াৰ সুবাসে জীৱজগত মতলীয়া কৰিছে। বৰদৈচিলাই কঢ়িয়াই অনা ৰাতিৰ বৰষুণ জাকে বসুন্ধৰাক জীপ দিছে। মাটিৰপৰা এটা মন বিয়াকুল কৰা গন্ধ ওলাইছে। ইফালে ফাগুনৰ বলিয়া বা।

ভৰ দুপৰীয়া যোৰহাট পালোঁহি। লগত অহা পুলিচ কেইটাই 'পেৰেডাইজ হোটেল'ত আমাৰ খোৱাৰ ব্যৱস্থা কৰিছিল। তাতে পালোঁ একালৰ আন্দামান নিকোবৰৰ আয়ুক্ত, আই-এফ-এ-এছ শ্ৰীশৰৎ বৰাক। তেখেতক ফোন যোগে ঘৰত পত্নীক জনাবলৈ ক'লোঁ যে আধা-ঘণ্টাৰ ভিতৰতে আমি যোৰহাট জেল পামগৈ আৰু জেলৰ বাহিৰতে একঘণ্টামান সময় থাকিম। এই খবৰ পোৱাৰ লগে লগে কৃষি বিশ্ববিদ্যালয়ৰ মোৰ কেবাজনো বন্ধুৰ মনত খেলালে যে এই খবৰ মিছা হ'ব পাৰে আৰু আমাক পেৰেডাইজৰপৰাই বাহিৰে বাহিৰে লৈ যাব পাৰে। সেয়েহে পেৰেডাইজৰপৰা যোৰহাট জেললৈ যাত্ৰা কৰাৰ প্ৰাক্মুহূৰ্তত গাড়ী যোগে তুৰন্তে আমাৰ ওচৰ পালেই—মোৰ কন্যা সেউজী, পত্নী মাধুৰী, ডঃ দ্বীপেন দত্ত আৰু প্ৰথম পুত্ৰ লাখু (ত্ৰিদিব নন্দন) সেউজী মোৰ কাষতে

ৰহিল। নিত্যা দত্তই সোধাত তাই ক'লে যে তাই দেউতাকক অন্ততঃ কেইমিনিটমান বেছিকৈ লগত পাব।

ইফালে যোৰহাট জেলৰ আগত বহুত মানুহ। মোৰ বিভাগৰ (পদাৰ্থবিজ্ঞান আৰু মৌচুমবিজ্ঞান) সকলো আহিছে — পিয়নৰপৰা অধ্যাপকলৈ। পত্নীৰ শিক্ষানুষ্ঠানৰ (বিশ্ববিদ্যালয়ৰে গ্ৰাম সেৱিকা প্ৰশিক্ষণ কেন্দ্ৰ) আটাই কেইগৰাকী প্ৰশিক্ষিকা আহিছে। আৰু আহিছে তাত কাম কৰা ৰামু, প্ৰভু, ৰঘু, তুলসী আদি চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীখিনি' বিশ্ববিদ্যালয়ৰ সহকৰ্মীও ভালেখিনি আহিছে। আৰু আহিছে ভালেমান ড্ৰাইভাৰ, পিয়ন ইত্যাদি।

সকলোৱে মোক আগুৰি ধৰিছে। পত্নীৰ মুখত উজ্জ্বল আভা। চেহেৰা একেই আছে কিন্তু কৈছে যে ৰাতি সাৰ পালে পুনৰ আৰু টোপনি নাহে। সেউজী অনবৰত মোৰ লগতে আছে। তাইৰ আৰু এমাহৰ পাছত প্ৰাক্ স্নাতক (বিজ্ঞান) পৰীক্ষা। পঢ়াশুনা ভালেই চলিছে বুলি কৈছে যদিও মোৰ বিশ্বাস হোৱা নাই। কাৰণ আনোৱাৰা টাইমুৰৰ সন্ত্ৰাসৰ ৰাজত্বত কোনো ছাত্ৰছাত্ৰীয়ে শান্তিতে পঢ়াশুনা কৰিব নোৱাৰে (সিহঁতৰ বাপেকবোৰ জেলত থাওক বা নেথাকক)। ডাঙৰ ল'ৰা লাখুক বৰ বিমৰ্ষ দেখা গৈছিল। সিফালে সৰু ল'ৰা ৰাখুক (স্বৰূপনন্দন) দেখি মোৰ আত্মবিশ্বাসহে বাঢ়িল। তাক ক্ৰিকেট খেলৰ পৰা মতাই অনা হৈছিল। সি মোক দেখিয়েই ক'লে, "তেনেহ'লে তোক Advisory Board লৈ আনিছে? Best of luck." আমি আটাইবোৰে বেচ ফুৰ্তিৰে বাহিৰত কথা-বতৰা পাতি আছিলোঁ। নিজকে আটক বন্দী বুলি অনুভৱ কৰা নাছিলোঁ। যোৰহাট জেলতে কাৰাধ্যক্ষ কমলাকান্ত ভূঞাই মোক ভিতৰলৈ মাতি ঘৰৰপৰা অনোৱা গাখীৰ এগিলাচ খুৱালে। এই মানুহজনক মোৰ অতি ভাল লাগে। তেওঁৰ কাৰণেই যোৰহাট জেলখন তেনেই ঘৰ যেন লাগিছিল।

আমি অজয়ানন্দ বৰা আৰু প্ৰকাশ দত্তক যোৰহাট জেলত এৰিলোঁ।



তেওঁলোকৰ উপদেষ্টা সমিতিত হাজিৰ হোৱাৰ পাল পৰা নাই। যোৰহাট জেললৈ বদ্‌লি হৈহে আহিছে।

আমাৰ বাচখন আকৌ সন্ধিয়া নগাঁও জেলত সোমাল। তাত নিত্যা দত্তক এৰিবলগীয়া হ'ল। এইখন প্ৰকাণ্ড বিশেষ জেল। কেৱল ৰাজনৈতিক বন্দীৰ বাবেহে। তাত আৰু বন্দী নাই। নিত্যা দত্তক এনে এই ৰহস্যময় সন্ধিয়া তাত এৰি থৈ আমাৰ বেয়া লাগিছিল।

ৰাতি এঘাৰ বজাত গুৱাহাটী জেল পালেঁাহি। মোৰ গাঁৱৰ ওচৰৰে অৰ্থাৎ নগাঁৱৰ জাজৰিৰ হক নামৰ ডেকা এজন তাত সহকাৰী কাৰাধ্যক্ষ। গতিকে নকৈ অহা মানুহ হিচাপে পোনতে শ্ৰীমান হকৰ সাদৰ-সম্ভাষণ দেখি আৰু শুনি খুব ভালেই লাগিল।

গুৱাহাটীলৈ সঘনে আহোঁ। ইয়াৰ কটন কলেজত পঢ়িছিলোঁ। জেলৰ নামত কেৱল ইয়াৰ বেৰবোৰতহে চলচিত্ৰৰ পোষ্টাৰ দেখিছিলোঁ। ভাবিছিলোঁ গুৱাহাটী জেল কিজানি ভাল। পিছে আচলতে তাৰ বিপৰীত। মই জনা জেল কেইখনৰ ভিতৰত এইখনেই নিকৃষ্ট জেল। ইমান নিকৃষ্ট যে এই জেলক বাসযোগ্য বুলি ক'ব নোৱাৰি। ৰাতি আধা পোহৰতে এই সঠিক সিদ্ধান্তলৈ আহিব পাৰিলোঁ।

আমাক মানে মোক, বীৰেন চুটীয়াক, বেদানন্দ মহন্তক, আৰু তৰুণ হাজৰিকাক (ৰুনু) এটা হ'লঘৰলৈ নিয়া হ'ল। লেতেৰা ঘৰ। পিছে আহল-বহল। বেৰবোৰ লেতেৰা। বিছনা কেইখন যেনে তেনে পৰি আছে। ভিতৰতৰ ধূলি আৰু কয়লাৰ ধোঁৱা পৰশে বুলি মোৰ ভাব হ'ল। ইয়াতে আৰু কেবাজনো নিৰাপত্তা বন্দী। তেজপুৰৰ ভূপেন ডেকা আৰু লক্ষীমপুৰৰ জগত হাজৰিকা। আন দুজন হ'ল মাৰ্ঘেৰিটাৰ ফালৰ বিনু চেতিয়া আৰু কৰ্মচাৰী পৰিষদৰ কমল নায়ক। বিনু চেতিয়া আৰু কমল নায়ক সঁচাকৈয়ে সুপুৰুষ। সেই ৰাতিয়েই কমল নায়কে তেখেতৰ কাৰাগাৰ জীৱনৰ কথা মনোগ্ৰাহীকৈ ক'লে। তেখেতক সহবন্দী যেন নেলাগিল, ইয়াত আমাৰ গৃহস্থ যেনহে লাগিল। তেখেতে জেলত থাকিও বাহিৰত থকা মানুহতকৈ দেশৰ বেছি খবৰ পায়।

সেই ৰাতিয়েই আমাৰ খোৱাৰ ব্যৱস্থা হ'ল। ইতিমধ্যে যোৰহাট জেলৰপৰা কৃষ্ণ অধ্যাপক আহি পালেহি। ফলত নায়ক, অধ্যাপক আৰু

মোৰ মাজত বেচ আড্ডা জমিল। একো একোটা সময়ত আড্ডাই বৌদ্ধিক স্তৰ লাভ কৰিলে। প্ৰায় শেহ ৰাতিহে আমি টোপনি গ'লোঁ।

**৩ মাৰ্চ ১৯৮১ :** এজন মিজোৰ লগত চিনাকি হ'ল। তেওঁ বিদ্ৰোহীসকলৰ ব্ৰিগেড়িয়াৰ আছিল। আচলতে সৈন্য বিভাগত তেওঁ মেজৰ আছিল। তেওঁক ব্ৰহ্মদেশত ধৰিছিল। তাত জেলত বৰ কষ্ট পাইছিল। এতিয়া গুৱাহাটীৰ জেলত এটা কোঠাৰ সৰু ঘৰ এটাত যোৱা তিনি বছৰৰপৰা আছে। তেওঁৰ মতে গুৱাহাটীত বছৰৰ ন মাহেই গৰম। মানুহজনৰ বয়স ৬৫ বছৰ ; দেখাত ৩৫ বছৰ মানহে লাগে।

এইখন জেলত কয়দী থকা ঘৰ কেইটা এনেকুৱা যে ৰেল-ষ্টেচনৰ ডবাত ৰিফিউজী কিছুমান থকা যেনহে লাগে। জেলখনৰ ঘৰ নথকা অংশটোক খেতিৰ পথাৰ বোলাহে ভাল হ'ব। মাজে মাজে পানী আছে, পানী মেটেকাও আছে। তাতে কয়দীয়ে মাছ ধৰে। দেখিলেই হাঁহি উঠে।

মই আজি গুৱাহাটী আৱৰ্ত্ত ভৱনত উপদেষ্টা বৰ্ডৰ আগত হাজিৰ হ'লোঁ। তিনিজন সদস্য। তিনিওজন বিচাৰক। তাৰে দুজন প্ৰাক্তন। তেওঁলোকৰ ব্যৱহাৰ বৰ সুন্দৰ। মোক আটক কৰি ৰখা কাৰণবোৰ যে তেনেই অমূলক, তেওঁলোকেই নিজে কৈ গ'ল। মই নিজক আত্মৰক্ষা কৰাৰ সুযোগেই নেপালো। মাজতে এজন বিচাৰপতিয়ে ক'লে, "আপোনাৰ লেখা পঢ়িছোঁ ; মানুহজন আজিহে দেখিছোঁ।" মই ক'লো, "দেখক বা নেদেখক, সেয়া পিছ কথা ; মই কিন্তু আপোনালোকক দেখা দিবলৈ বাধ্য।"

আৰু এজনে ক'লে, "এতিয়া জেলৰ বিষয়ে লেখক।"

মই একো উত্তৰ নিদিলো।

আকৌ পুলিচে বাচত আমাক গুৱাহাটী জেললৈ লৈ আহিল।

**৪ মাৰ্চ ১৯৮১ :** আজি আৰু কেইজন মানে উপদেষী পৰিষদৰ আগত দেখা দিয়াৰ কথা। গতিকে আমাৰ কালিৰ সাক্ষাৎ-প্ৰসঙ্গত কোনো ফলাফল পোৱা নগ'ল।

**৫ মাৰ্চ ১৯৮১ :** জেললৈ আমাৰ মুক্তিৰ আদেশ আহিল। মোৰ, কৃষ্ণ অধ্যাপক আৰু জগত হাজৰিকাৰ। প্ৰায় আবেলি চাৰিটা বাজিছিল। আন সকলোকে বিদায় লৈ আমি কাৰাগাৰ জীৱন শেষ কৰিলোঁ। মই ৰাতিতে বাচত উঠিলো—যোৰহাট উদ্দেশ্যে।



## ॥ অক্ৰোশ ॥

এগৰাকী ৰাজবন্দীয়ে মুক্তি পোৱাৰ দিনা মোক ক'লে, "কথাটো মনত ৰাখিব, বৰুৱা চাহাব, এই বিষয়ত আমাৰ সাহিত্য টনকিয়াল নহয়। আপুনি পাৰিব। লেখাত লাগিলেহে এই কাম আপোনালোকৰ ভাল লাগিব। আচলতে আপোনালোককহে আচল বন্দী যেন লাগে।"

কথাটো সঁচা। যাবজ্জীৱন কাৰাবাসৰ কাল হ'ল প্ৰায় বাৰ বছৰ। তদুপৰি শেষৰ বছৰকেইটাত বছৰেকত ঘৰলৈ যাবলৈ কেইদিনমান ছুটিও পায়। ইফালে কয়দীবোৰৰ মাজত সিহঁতৰ নিজৰ সমাজ এখনো আছে। চোৰৰ লগত চোৰৰ, ডকাইতৰ লগত ডকাইতৰ, নাৰী-অপহৰণকাৰীৰ লগত তেনে ধৰণৰ বন্দীৰ বেচ মিতিৰালি আছে। কাৰাগাৰত থকা সময়খিনিত কয়দীবোৰৰ সমূলি দায়িত্ব নাথাকে বাবেই মানসিক দ্বন্দ্বও কম।

আজিকালি কাৰাগাৰত কয়দীৰ জীৱন সিমান দুৰ্বিসহ নহয়! দিনত চৌহদৰ ভিতৰত জাক পাতি ঘূৰি ফুৰিব পাৰে। আঁঠুৱা পায়, জাৰকালি তিনিখনকৈ ডাঠ কম্বল পায়, ৰংৰহইচ কৰিবলৈ খোল-তাল-ঢোল-পেঁপাও পায়!

কিন্তু ৰাজবন্দীগৰাকীয়ে কোৱাৰ দৰে মোৰ দৰে কাৰাগাৰত চাকৰি কৰা মানুহবোৰহে চাকৰি কৰা বছৰকেইটা চিৰবন্দী হৈ থাকিব লাগে। আমাৰ কাৰাগাৰৰপৰা বেছি সময় আঁতৰি থাকিবৰ উপায় নাই। দায়িত্বও যথেষ্ট, বিপদো যথেষ্ট। সন্ধিয়া আনৰ যেতিয়া ফুৰিবৰ বা বজাৰ-সমাৰ কৰিবৰ হয়, তেতিয়াহে আকৌ আমাৰ কামৰ ভৰপক হয়। কয়দীবোৰৰ চাৰিত্ৰিক বৈশিষ্ট্য লক্ষ্য কৰি কিছু বিৰল অভিজ্ঞতা লাভ কৰাত বাদে আমাৰ জীৱনত বৈচিত্ৰ নাই। বন্দীজনৰ পৰ্যবেক্ষণেই সঁচা। কয়দীবোৰৰ জীৱন অনু-ধাবন কৰা আৰু সাহিত্যৰ মাধ্যমেৰে সিহঁতক বাহিৰৰ জগতৰ লগত পৰিচয় কৰি দিয়াৰ প্ৰচেষ্টাইহে কাৰাগাৰৰ চাকৰিৰ জীৱন উজলাই তুলিব পাৰে। এই কথা মোৰ প্ৰকৃততে মনোমত হৈছে। কাৰণ, কাৰাগাৰত পোৱা যায়, কেঁচা অৱস্থাত মানবীয় মৌল প্ৰবৃত্তিসমূহ; লোভ, মোহ, হিংসা, দ্বেষ, প্ৰতিহিংসা আৰু কিছুমান হৃদয়ৰ সুস্পষ্ট দুৰ্বলতা। এইবোৰেই এজন লেখকৰ কাৰণে সোণৰ খনি।

কিন্তু মই লিখিব পাৰিম জানো? আন বহুতৰ দৰে কলেজত পঢ়াৰ কালত কবিতা লিখিছিলোঁ। দুবছৰ কলেজৰ পত্ৰিকাত একোটাকৈ কবিতা ওলাইছিল। অৱশ্যে কাৰাগাৰত কাম কৰিছোঁ যদিও সাহিত্যৰ অধ্যয়ন বাদ পৰা নাই। কিতাপ-পত্ৰ পঢ়ো কাৰণেই হয়তো কাপ তুলি লবলৈ সাহ হোৱা নাই। জৰাসন্ধৰ 'লৌহ কপাট'ৰ চাৰিওটা খণ্ড পঢ়ি বেছি হতাশ হৈছোঁ। তেওঁতকৈ এই বিষয়ে অধিক হৃদয়গ্ৰাহীকৈ আনে লিখিব পাৰিব বুলি মোৰ সন্দেহ। ছদ্মনামধাৰী জৰাসন্ধ সহকাৰী কাৰাধ্যক্ষৰপৰা কাৰাগাৰ অধীক্ষক হৈছিলগৈ। প্ৰেৰণা লাভ কৰিছিল সাগৰময় ঘোষৰ দৰে সম্পাদকৰপৰা আৰু কলিকতাৰ দৰে মহানগৰী এখনৰপৰা। মই কাৰাধ্যক্ষ। কিন্তু মোৰ লগত জৰাসন্ধৰ প্ৰচুৰ প্ৰভেদ আছে।

কিন্তু মই লিখিবই লাগিব। লেখা ভাল নহ'ব বুলি ভাবি মোৰ দৰে সকলো বৈ থকাহেঁতেন দেশত নতুন কিতাপ নোলালেইহেঁতেন।



বিশ্ববিখ্যাত বুৰঞ্জীবিদ আৰনল্ড টয়নবিয়ে আত্ম-জীৱনীৰ এঠাইত লিখিছে যে প্ৰেৰণালৈ অপেক্ষা নকৰি লেখকে সদায় কিবা এটা লিখা উচিত; ত্ৰুটি থাকিব পাৰে থাওক; কাৰণ ঈশ্বৰত বাদে আন কোনো ত্ৰুটিহীন হ'ব নোৱাৰে।

গতিকে ভালেই হওক বা বেয়াই হওক, ৰাজবন্দীজনৰ প্ৰেৰণাকে সাৰোগত কৰি মই এই দুৰ্ভগীয়া সৰু সৰু মানুহবোৰৰ কথা লিখিমেই। তেতিয়াহে মই সন্তুষ্টি লাভ কৰিম। এইবোৰেই মোৰ চাকৰিৰ জীৱনটো ধৰি ৰাখিব পাৰিব।

মনত পৰিছে দুৰ্ধৰ্ষ ডকাইত আল্লাউদ্দিনৰ কথা। আল্লাউদ্দিন কাৰাগাৰৰপৰা পলাই গৈ পাতাল জীৱনৰ সম্ৰাট হ'লগৈ। আৰু মনত পৰিছে বাপেকক হত্যা কৰা মাথোন এঘাৰবছৰীয়া মজদুৰ ল'ৰাটোলৈ। চোৰাং কাৰবাৰী ৰাধেশ্যামলৈ। আক্ৰোশৰ প্ৰতীক ছৈয়দ মিৰ্জালৈ। সিহঁত প্ৰত্যেকেই আছিল মোৰ চাকৰি-জীৱনৰ একো একোটা বিদ্যুৎ-চমক। সিহঁত এতিয়া মোৰ স্মৃতিৰ পৰ্দাত ম্লান হৈছে। সিহঁতৰ বিষয়ে পাছতহে লিখিম। ভালকৈ হাত অভ্যস্ত হোৱাৰ পাছত। কিন্তু এতিয়াও মোৰ হাতত সমল আছে। তাৰ ভিতৰত মোৰ মনত বিশেষ দাগ কটা মানুহটো হ'ল পূৰণ ঘটোৱাল। সি সাধাৰণ খুনী নহয়। অন্যায়ক মূৰ দোঁৱাব নোৱৰা কাৰণেই তাৰ জীৱন যান্ত্ৰণাময়। সি মোক কয়, "মই ভাবোঁ, মানুহে অন্যায় কৰা যিমান পাপ, অন্যায়ক সহি থকাও সিমান পাপ।"

পূৰণে পঢ়া-শুনা কৰিছিল। চাহ বাগিচাৰ স্কুলখন শেষ কৰি মজলীয়া ইংৰাজী স্কুলত দুই শ্ৰেণীমান পঢ়িছিল। তথাপি সি মজদুৰেই হ'বলগীয়া হ'ল। আগৰ দিনত মহৰী হ'ব পাৰিলেহেঁতেন।

মই ভাবিছোঁ, মই পূৰণৰ কথাই লিখিম। মোৰ মনত এতিয়াও তাৰ কথা সজীৱ হৈ আছে।

সাধাৰণতে চাহ মজদুৰবোৰ চাপৰ আৰু খীণ। সিহঁতৰ যতন

নোলোৱা চুলিবোৰ ঘন ক'লা আৰু ডাঠ। কলাফুলবোৰ সৰু সৰু। কিন্তু আমাৰ পূৰণৰ লগত এনে এখন সাধাৰণ ছবি নিমিলে। তাৰ বংশৰ উৎস কোন প্ৰদেশ জনা যায়। সি মোক নক'লেও। পিছে তাৰ চেহেৰাটো সাধাৰণৰ ব্যতিক্ৰম। লোহাৰ দৰে কঠিন চুটি ভোটোকা-ভোটোক আঙুলিৰে দীঘল হাত দুখন দেখিলে ভাব হয়, মানুহক ভগবানে সৃষ্টি কৰিছিল দুৰ্দান্ত জন্তু চিকাৰ কৰি পেট প্ৰবৰ্তাবলৈ আৰু ভোটা সঁজুলিৰে কৃষি-কাৰ্য কৰিবলৈহে ; চেতাৰৰ মিহি তাৰত ৰাগিনী তুলিবলৈ নাইবা চুইচ টিপিবলৈ নহয়।

পূৰণৰ তামবৰণীয়া প্ৰায় ছফুট ওখ নোমাল দেহাটো শিলত কটা মূৰ্তিৰ দৰেই। বিশেষ যতন নোলোৱা এই ঈৰ্ষণীয় দেহটো হয়তো তাৰ পিতৃ-পুৰুষৰেই দান। বহল থেতেলা খোৱা নাকটো আৰু ডাঙৰ ঘূৰণীয়া, অলপ বঙা পৰি থকা চকুহাল দেখিলে পোনতে তাক অদমনীয়, অসংযমী, নিষ্ঠুৰ দস্যু যেন লাগে। কিন্তু পাছ মুহূৰ্ততে সেই ধাৰণা ভুল যেন লাগে। কাৰণ, তাৰ চকুৰ দৃষ্টি কোমল। সেই দৃষ্টি নিৰ্দিষ্ট ঠাইত নিবদ্ধ নহয়। সেই দৃষ্টি নিৰ্বিকাৰ আৰু ভাবনাযুক্ত। এমূৰ কেঁচা ডাঠ চুলি, খুব চিকচিকীয়া। দাঁতৰ আলু দুপাৰি বেচ সবল। কথা কওঁতে সুগঠিত দুপাৰি দাঁতৰ উজ্জ্বলতাই মুখখন তুলি ধৰে।

মুঠতে পূৰণ আছিল স্বাস্থ্যৰ এক উজ্জ্বল ছবি। তাত নিহিত আছিল প্ৰকৃতিয়ে দিয়া অমসৃণতা।

সি পোনতে কাৰাগাৰত সোমোৱাৰ সময়ত মই এইখন কাৰাগাৰত নাছিলোঁ। শুনিছোঁ যে কাৰাগাৰলৈ প্ৰথম আমদানি হোৱাৰ দিনা তাৰ ভৰি দুখনো বন্ধা আছিল। পুলিচে তাৰ চেহেৰাটো দেখিয়েই পলালে ধৰিব নোৱাৰিব বুলি ভাবি এনেকৈ বান্ধি 'ভান'ত বোজাই কৰিছিল।

সহকাৰী কাৰাধ্যক্ষ এজনে ৱাৰ্ডাৰ এটাক তাক খানতালাচ কৰিবলৈ নিৰ্দেশ দি আটক বন্দীবোৰ অনা-নিয়া কৰা চিপাহীটোক



সুধিছিল, "এনেকৈ ভৰি দুখন বান্ধিছা কিয়? ই কি বিহাৰৰ ডকাইত? এইটো কিন্তু আমাৰ ইয়াৰ নিয়ম নহয়। মণি বাইলুঙকো এনেকৈ অনা নাছিল।" চিপাহীটোৱে কোৱাৰ আগতেই পূৰণে মাত লগাইছিল, "এনেকৈ বন্ধাৰ আগতে মোক সুধিছিল। কৈছিল,—বেয়া নাপাবা, আমাৰোতো চাকৰি আছে। তোমাৰহে যি মূৰ্তি দেখিছোঁ! —মই আপত্তি নকৰিলোঁ।"

সি তাচ্ছিল্যৰে হাঁহিছিল। সহকাৰী কাৰাধ্যক্ষ জয়ন্ত চক্ৰৱৰ্তীৰ কথাটো পচন্দ হোৱা নাছিল। জামাদাৰ নৰ শৰ্মাৰ দস্তুৰ মত খং উঠিছিল। এই নৰ শৰ্মা এতিয়াও এইখন কাৰাগাৰতে আছে।

সি আছিল হত্যাৰ অপৰাধী। সি জামিনত খালাচ হ'ব নোৱাৰে। তাৰ পৰিচয়-লিপি চমু। নাম—শ্ৰীপূৰণ ঘটোৱাল ; বয়স ২৯ ; পিতা—মৃত পায়ৰা ঘটোৱাল ; অবিবাহিত আৰু মৌ বন্ধা চাহ বাগিচাৰ মজদুৰ।

পোনতে তাক চে'লত থৈছিল। কিন্তু পাছত ৱাৰ্ডতে থাকিবলৈ দিলে। সি কয়দী হিচাপে বেচ বাধ্য আৰু সকলোৱে তাক ভাল পায়।

এয়ে এই পৰ্যন্ত পূৰণ ঘটোৱাল সম্পৰ্কে জামাদাৰ নৰ শৰ্মাৰ সংক্ষিপ্ত বিৱৰণ। এই বিৱৰণত মই সন্তুষ্ট হোৱা নাই। কাৰণ কয়দীৰ পূৰ্ণ পৰিচয় ঘটে তাৰ অপৰাধৰ মাত্ৰা আৰু ধৰণৰ ওপৰতহে। কিন্তু এই পৰ্যন্ত সি আটক-বন্দী কাৰণে তাৰ আচল অপৰাধ সম্পৰ্কে সবিশেষ জানিম বুলি ভাব নহয়। পিছে এজন কাৰাধ্যক্ষৰ কাৰণে কয়দীৰপৰা আচল অপৰাধৰ কথা জনাটো সিমান টানো নহয়। কাৰণ, আমি জানিলে মোকৰ্দমাটো নষ্ট হোৱাৰ ভয় নাথাকে। আমাৰ কাছাৰী ঘৰত একো কৰিবলগীয়া নাই। তদুপৰি আমাৰ পৰা সিহঁতৰ বহুত সুবিধা হয়। যেনে, আবেদন আদি আমাৰ যোগেদি পঠোৱা হয়, আমি সদয় নহ'লে কয়দীয়ে সহজে আপোন মানুহৰ লগত দেখা কৰিব নোৱাৰে।

তদুপৰি খোৱা-বোৱা, চিকিৎসা আৰু অন্যান্য সা-সুবিধাবোৰ আমাৰ ওপৰতেই নিৰ্ভৰ কৰে।

সকলোৱেই একোটা অপৰাধ কৰি কাৰাগাৰত সোমাইছেহি। ইহঁত সঁচাকৈয়ে দুৰ্ভগীয়া। কাৰণ, অপৰাধতকৈ ইহঁতৰ প্ৰধান দোষ হ'ল তিনিটাঃ শিক্ষাৰ অভাৱ, পইচাৰ অভাৱ আৰু জীয়াই থকাৰ উৎকট সংগ্ৰাম। অৱশ্যে প্ৰতাৰণা কৰি সোমোৱাবোৰৰ কথা সুকীয়া। পিছে এইখন কাৰাগাৰৰ কয়দীবোৰৰ অপৰাধৰ বৈচিত্ৰ নাই। জেপ লুকুকা ল'ৰাবোৰ চব একে ধৰণৰ। চোৰবোৰো বিশেষ কৃতিত্ব থকা চোৰ নহয়। হত্যাকাৰীবোৰৰ মনস্তত্বও জটিল বুলি মনে নধৰে। কোনোবাই সাধাৰণ মদৰ জালত হত্যা কৰিছে। পুলিচ আহি গ্ৰেপ্তাৰ কৰোঁতেহে গম পাইছে যে সি আঘাত কৰা মানুহটো মৰিছে। কিছুমানে হত্যা কৰিছে ক্ৰোধক দমাব নোৱাৰিহে। আক্ৰোশটো গৌণহে। প্ৰায়ে মাটিবাৰী লৈ নাইবা নাৰীক কেন্দ্ৰ কৰিয়েই এনে হত্যাকাণ্ড সংঘটিত নহয়। পিছে ডকাইতবোৰৰ কথা সুকীয়া। সিহঁত সমাজক অস্বীকাৰ কৰা আপোন অৰ্থত নিজে নিজে একোটা বিদ্ৰোহী। সিহঁতৰ ব্যক্তিত্বত এটা উগ্ৰতা আছে। সিহঁতে কাৰাগাৰতো নিজক শ্ৰেষ্ঠ ব্যক্তি বুলি গণ্য কৰে। বহুতো কয়দী সিহঁতৰ আদেশত চলে। সিহঁতৰ সাহস কাৰাগাৰতো প্ৰকট হয়। আচৰিত কথা যে সিহঁতৰ ব্যৱহাৰ-পাতি বেচ ভাল। অনুবোধবোৰো বিশ্বাসযোগ্য। সিহঁত বুদ্ধিমান।

কিন্তু আমাৰ পূৰণ ঘটোৱাল ওপৰৰ কোনো এটা পৰ্যায়তে নপৰে। মই এই কাৰাগাৰলৈ অহাৰ সময়ত পূৰণৰ হাজোতী হিচাপে দুবছৰ তিনি মাহ পাৰ হৈছে। ইয়াত প্ৰথমৰ দুদিন কাৰ্যভাৰ গ্ৰহণ কৰাতে পাৰ হ'ল। তৃতীয় দিনা দিনৰ ন বজাত কাৰাগাৰৰ চৌহদটো চলোঁ। কয়দীবোৰো চালোঁ। তাৰ পাছত প্ৰাচীৰৰ মাজত থকা দীঘল দুৱাৰ এখনেদি ৰাজনৈতিক বন্দী থকা অংশটোলৈ আহিলোঁ। অচ্ছুতীয়াকৈ থকা ৰঙা ঘৰটোত এতিয়া কোনো নাই।



পশ্চিমে দীঘলীয়া ঘৰটোত দুটামান কয়দীহে আছে। মাজত থকা সৰু পাকঘৰটোত সিহঁতে নিজে ৰন্ধা-বঢ়া কৰি খায়। তাৰে এটা কয়দী হ'ল পূৰণ। দেখিলেই মনত থাকি যাবলগীয়া চেহেৰা। পিন্ধনত নীলা ট্ৰাউজাৰ আৰু পাতল গুলপীয়া হাৱাইন ছাৰ্ট। মূৰৰ ভৰপূৰ ক'লা চুলিখিনি সুন্দৰকৈ আচোঁৰা। ডাড়িও পৰিষ্কাৰকৈ খুকুৱা। সি নিজৰ পোছাক পিন্ধিছে। অৰ্থাৎ সি হাজোতী। সি পাকঘৰটোৰ বাৰান্দাত বহি আছিল। তেতিয়া সেই আছুতীয়া অংশটোত আন কোনো নাছিল। তাৰ আশে-পাশে কেইবাবিধো চৰাই। পাৰ, শালিকা, বালিমাহী, কাঠ খোলা আৰু হালধীয়া সখীয়তী। কাৰাগাৰৰ আশে-পাশে মাজে মাজে কিছুমান চতিয়না আৰু ৰেইন ট্ৰি আছে। ভিতৰতো দুজোপামান আছে। এইবোৰ গছত ইমান কেইবিধ চৰাই থাকিব নোৱাৰে। আগতেও যোৰহাট জেলত আছিলোঁ। এছিছটেণ্ট জেলাৰ হিচাপে। তেতিয়া চৌপাশে যথেষ্ট বন-জংঘল আছিল। তেতিয়াও জেলৰ ভিতৰত এনেকৈ চৰাই দেখা নাছিলোঁ।

মোৰ লগত জামাদাৰ নৰ শৰ্মা আৰু ৱাৰ্ডাৰ জামান আছিল। মই নোসোধাকৈ জামানে ক'লে, "ইয়েই পূৰণ ঘটোৱাল, ছাৰ। বাণী বকুৱা ছাৰে কৈছেই চাগে।" মই ওঁ বুলি আগুৱাই গ'লোঁ যে পূৰণ বহি থকাৰ চাৰিওফালে এই চৰাইবোৰ। সি এটা বালিমাহী চৰাইক এহাতে লৈ আদৰ কৰি আছিল। পাৰ এটা কান্ধৰ ওপৰত উঠি আছিল।

"এইবোৰেই তাৰ লগ, ছাৰ।"

"ইমানবোৰ চৰাই ক'ৰপৰা আহে ?"

"পাৰবোৰ সৌ দীঘলীয়া ঘৰটোৰ চাঙত থাকে। ইবোৰ কিজানি চেনী গাঁৱৰ কাঠনি হাবিৰপৰা আহে।"

আমাক দেখি চৰাইবোৰ উৰি গ'ল। তথাপি পাৰ চাৰিটামান তাৰ আশেপাশে উৰি থাকিল। সি থিয় হ'ল। মোক নমস্কাৰ জনালে।

"কিমান দিন হ'ল ?"

"দুবছৰ পাৰ হ'ল, ছাৰ।"

"গোচৰ চলি আছে ?"

"কেইবাৰমান হাজিৰ হৈছোঁ। কেতিয়া ছিগে ঠিক নাই।"

"কিয় ?"

"ক'টবোৰ হেনো এনেকুৱাই হাজিৰ হওঁ আৰু আন এটা দিন দিয়ে।"

তাৰ কথাৰ উচ্চাৰণত কোনো আসোঁৱাহ নাই। মৌবন্ধা চাহ বাগিচাৰ চৌ-পাশে খিলঞ্জীয়া মানুহৰ গাঁওবোৰ আছে। সেই-কালৰ মজদুৰবোৰে খাটি অসমীয়াকে কয়। সিহঁত আজিকালি অসমীয়া সমাজৰ অংগ হৈ পৰিছে। ছোৱালীবোৰে বিয়া-নাম গাব পাৰে। ল'ৰাহঁতে বিহু নাম আৰু হুচৰি গাব পাৰে।

পূৰণ আমাৰ পিছে পিছে আহি আছিল। সি ক'লে, "ছাৰ, বৰ আমনি লাগে। অলপ কাম দিয়ক ছাৰ। যি কৰিবলৈ দিয়ে তকে কৰিম।"

"বাৰু ভাবি চাওঁ।" মই কলোঁ।

মোৰ কৌতূহল হ'ল। এই চৰাইবোৰে তাৰ ইমান লগ লয় কিয় ? তাৰ উত্তৰ অতি সহজ। মৰম কৰিলে সকলোৱেই লগ লয়। সেইদিনাই নৰ পৰ্যাৰপৰা জানিব পাৰিলোঁ যে চৰাইবোৰৰ কাৰণেই এনে হেন সুপুৰুষ ডেকাৰ কাৰাবাস সহনীয় হৈছে। সি চৰাইৰ কাৰণে বস্তুও কিনি ৰাখে। যেনে বুট মাহ, বিস্কুট, নৰা বগৰী, কল আদি। পইচা দিলে ৱাৰ্ডাৰবোৰে আনি দিয়ে। তাৰ হাতত সৰু সৰু মাটিৰ পাত্ৰ কেইটামানো আছে।

দোকমোকালিতে উঠি সি বননিখনৰ মাজত থিয় হৈ সুহুৰিয়াবলৈ ধৰে। লগে লগে যেন নামবৰ হাবিৰ মৌন মুখৰতাহে বিবিধ কলৰৱ-গীতিয়ে অপাৰ্থিব কৰি তোলে। সি সিহঁতৰ লগত কথা কয়। সি চৰাইবোৰৰ নাম দি লৈছে। নাম কাঢ়িলেই একোটা



চৰাই তাৰ ওচৰত হাজিৰ হয়। সকলো চৰাই গোট খোৱাৰ পাছত সিহঁতক মাটিৰ পাত্ৰত বস্তু আনি দিয়ে। সিহঁত খাই তৃপ্ত হোৱা যেন দেখিলে পূৰণে তৃপ্তিৰে হাঁহে। লগৰ দুটা হাজোতীয়ে মুখ টিপি হাঁহি ইটোৱে সিটোক কয়, "ভাল পাগলটোৰ লগত সং হ'ল !"

দুপৰীয়া তিনিবিধ চৰাইহে আহে। পাৰ, মাছ বোকা আৰু বালিমাহী। কিন্তু সিহঁত সংখ্যাত সৰহ। দুপৰীয়া কয়দীয়ে খোৱা পেলনীয়া কিছুমান সি সিহঁতৰ কাৰণে যোগাৰ কৰি থয়। আনকি মাছ ৰোকায়ো তাৰ কান্ধত উঠি কথা কয়। বালিমাহীয়ে চুলিত উঠি তাৰ ক্ষুদ্ৰ ঠোঁটটোৰে যেন মৰমতে ওকনি বিচাৰে। সি একোটা পাৰ, বালিমাহী নাইবা মাছ ৰোকাৰ ঠোঁটটো ফালি আঙুলি কেইটা জুবুৰিয়াই জুবুৰিয়াই আঙুলিত উঠা পানীখিনি খুৱাই দিয়ে। চৰাইবোৰক যা বুলি ক'লেই যায়গৈ। আবেলি আকৌ আৰম্ভ হয় দীঘলীয়া ৰাতিটোৰ কাৰণে চৰাইৰ ওচৰত বিদায়পৰ্ব।

এইবোৰ কথা শুনি পূৰণ ঘটোৱাললৈ মোৰ আকৰ্ষণ জন্মে। পহিলা সাক্ষাতেতে। তাৰ পক্ষী-প্ৰীতিৰ বিষয়ে প্ৰকাৰন্তৰে জানিবলৈ বিচৰাত সি কয়, "এই কঠুৱা দেৱালকেইখনৰ মাজতনো আৰু কি আছে, ছাৰ ? ডেউকা কেইখন আছে কাৰণেহে সিহঁতে চৰকাৰী দেৱাল চেৰাব পাৰিছে ! সিহঁতক চায়ে বৰ ভাল লাগে। মই সঁচা-কৈয়ে ভাবোঁ, মানুহ যদি সিহঁতৰ দৰে স্বাধীনচিতীয়া আৰু স্বাধীন হ'ব পাৰিলেহেঁতেন ! সিহঁতক দেখিলে নিজক জেলত থকা যেন নালাগে। সিহঁতৰ মৰমো আছে ছাৰ। খুব শুধ মৰম। আজি যদি মই মৰি যাওঁ, সিহঁত মোৰ চিতাৰ জুই নুনুমাই মানে আশে-পাশে উৰি থাকিব ছাৰ। আৰু এটা কথা, ছাৰ। ইয়াত ঈশ্বৰৰ পৃথিৱী-খনৰ এচমকাহে দেখোঁ। আকাশৰ মাথোন মাজ ভাগহে দেখোঁ। বেলি ওলোৱা নেদেখোঁ, ডুবাও নেদেখোঁ। ইয়াতকৈ আৰু দুখৰ কথা কি থাকিব পাৰে ? কেৱল অকণমান পৰৰ কাৰণে দুপৰীয়া

সময়ত দেখোঁ। আকাশৰ মূৰে মুৰে বৰষুণ হোৱাৰ চিন দেখা নাই, পানী গছা দেখা নাই। আমাৰ ঘাহনি দেখা নাই। গতিকে জেলতকৈ বনবাস বহুত ভাল, ছাৰ। পিছে চৰাই সোপাই কেৱল ঈশ্বৰৰ ধুনীয়া সৃজন হিচাপে মোক লগ দিছেহি। সিহঁতৰ জৰিয়তেই ঈশ্বৰৰ পৃথিৱীখনৰ লগত বাৰুকৈ চিনাকি হৈ আছোঁ। মই সিহঁতৰ গাত বননিৰ গোন্ধ পাওঁ আৰু সিহঁতৰ আবাৰৰপৰা বনৰ কথা শুনো।...”

পাছদিনা পূৰণক মই কাৰ্যালয়লৈ মতাই আনিলোঁ। দুপৰীয়া তাত মোৰ বাহিৰে কোনো নাছিল। গেটতহে কেৱল বন্দুকধাৰী ৱাৰ্ডাৰটো আছিল।

পূৰণ চালাম দি মোৰ ওচৰত থিয় হ’ল। মই টুল এখনলৈ আঙুলিয়াই দিলোঁ। সি বহিল। মই ক’লোঁ, “তোমাক কি কামত লগালে ভাল পাবা? আচলতে আমি হাজোতীক কামত নলগাওঁ।”

“কিন্তু মই জমাদাৰ খাটি সেই ৰাজবন্দীজনৰ কাম কৰি দিছিলোঁ। ভাতপানী ৰান্ধি দিছিলোঁ। মানুহজন বৰ ভাল। বৰ ভাল ভাল কথা কয়। তেখেত খালাচ হোৱাৰ পাছত বৰ কিবা লাগিছে। সময়বোৰ নাযায় নুপুৱায়।”

“ঠিক আছে। আকৌ কোনোবা আহিলে সেই কামতে লাগিবা। সম্প্ৰতি কি কাম কৰিব খোজা?”

“খেতিৰ কাম, ছাৰ। মাটিৰ লগত লাগি থাকি বৰ ভাল লাগে। মাটি খুচৰিও আনন্দ, খেতিডৰা বাঢ়ি অহা দেখিও আনন্দ। জেলৰ হস্পিতেলৰ ওচৰৰ মাটিডৰাত খেতি কৰিবলৈ দিয়ক, ছাৰ।”

“বাৰু হ’ব। পিছে, পূৰণ, মই তোমাক সেই কাৰণে মাতি অনা নাই। মই তোমাৰ কথা জানিবলৈহে গোপনে মাতি আনিছোঁ। জেলত কাম কৰা বছৰ কেইটাত বহুত মানুহ পালোঁ, কিন্তু তোমাক খুব বেলেগ যেন লাগিছে। তুমি বাৰু বিয়া কৰালা নে?”



“নাই কৰা, ছাৰ। আৰু জেলৰপৰা ওলালেও মোৰ বিয়া নহ’ব।”

“কিয়?”

“আমাৰ দৰে মজদুৰবোৰে ল’ৰা-ছোৱালীক জনম দিয়াও পাপ ছাৰ। তাক বা তাইক মই নিজৰ মতে গঢ়িব নোৱাৰিম। লোকৰ আগত মূৰ দাঙি থিয় হ’ব নোৱাৰিম, তেজ পানী কৰি কাম কৰিও মানুহ হিচাপে বাচি থাকিব নোৱৰা সন্তানৰ জনম দিব নোৱাৰোঁ। আৰু কেইটামান দুখী প্ৰাণী সংসাৰলৈ আনিব নোখোজোঁ।”

“তোমালোকৰ মজদুৰবোৰ সঁচাকৈয়ে দুখী?”

“সঁচাকৈয়ে দুখী, ছাৰ। কিছুমানে সিহঁতৰ তেজ শুহি খাইছে। সিহঁতক মদেও শুহিছে। দৰমহা পোৱাৰ লগে লগেই আকৌ সিহঁতৰ ওপৰত শগুণৰ দৰে জাক জাক কাবুলী। সিহঁতৰ জোৱান কাল থিতাতে শেষ হয়। পাছত তেনেই পোক-পৰুৱাৰ জীৱন। ছোৱালীবোৰ চাহাৰ-বাবুৰ লোভৰ বলি হয়। তদুপৰি মানুহবোৰৰ জুৱাত খুব নিচা। জুৱা খেলি ৰাতিটোৰ ভিতৰতে লাট চাহাব হ’ম বুলি ভাবে। মই অলপ অচৰপ পঢ়াশুনা কৰিছিলোঁ কাৰণেই এই-বোৰে মোক বৰ দুখ দিয়ে। মই আমাৰ মানুহবোৰক এইবোৰ বেয়া কথা বুলি কওঁ। সিহঁতে মোৰ কথাবোৰত আপত্তি নকৰে। কিন্তু অভ্যাসবোৰ নেৰে। নিজৰ স্বত্বৰ কথা কওঁ কাৰণেই চাহাববোৰে আৰু মজদুৰ নেতাবোৰে মোক দেখিব নোৱাৰে। মহৰী আৰু চাহাবে লগ লাগি হক কথা কোৱা কাৰণে মোক কামৰ পৰা খেদিলে। কিন্তু মজদুৰ নেতা-কেইটাই এষাৰ মাত নামাতিলে। এনে ক্ষেত্ৰত মই কি সুখৰ বাবে বিয়া কৰাওঁ? হয়তো এদিন কাপোৰ, গহণা আৰু পইচাৰ লোভত পৰি মোৰ মাইকীজনীয়েও বাবু, মহৰী চাহাবৰ লগত হলিগলি আৰম্ভ কৰি দিব।”

কথাখিনি খুব আবেগেৰে কৈ সি হয়তো অলপ সকাহ পালে। তাৰ মুখখন দেখিয়েই বুজা গ’ল। এয়ে উত্তম সময়। মই তাৰ

অপৰাধটোৰ সঠিক বিৱৰণ জানিবলৈ বিচাৰিলোঁ। সি তাৰ সকলো কথা আঁতিগুৰি মাৰি কবলৈ অকণো সংকোচ নকৰিলে।

পূৰণৰ বাপেক পায়ৰা ঘটোৱালো তাৰ দৰে হৃষ্ট-পুষ্ট খামিডাঠ মানুহ আছিল। তাৰ মাক সীতায়ো বাগিচাত কাম কৰিছিল। সিহঁতৰ মাথোন দুটা সন্তান। পূৰণ আৰু ভনীয়েক লছমী। লছমীৰ ৰূপে সমস্ত মৌ বন্ধা বাগিচা পোহৰাই তুলিছিল। তাইৰ যৌৱনত মন বাইজাই কৰা যাদু, হিল্লোল, মায়াবী আকৰ্ষণ। তাই বয়সত চাহপাত ছিঙা কাম পাইছিল আৰু লগে লগে বাবু, চাহাব আৰু মহৰীবোৰৰ শৰীৰৰ তেজ উজনি-ভাঁটী কৰাইছিল। কিন্তু তাই বুদ্ধিয়ক আছিল। বাপেকো বেচ কাষা আছিল কাৰণে গা বচাই চলিব পাৰিছিল। পিছে বয়সৰ দোষে তাইকো নোচোৱাকৈ নাছিল। ডেকা চৰ্দাৰ মাণিক খৃষ্টিয়ানৰ লগত পীৰিতি জমাইছিল। শেষত তালৈকে গুচি গৈছিল। একেজনী ছোৱালীৰ বাপেক-মাক যদিও পায়ৰা আৰু সীতা অসন্তুষ্ট হোৱা নাছিল।

সীতাৰ কিন্তু মদ খোৱাৰ অভ্যাস আছিল। খাই খাই ক্ষয় ৰোগ মাতি আনিছিল। লছমী মাণিকলৈ গুচি যোৱাৰ এবছৰ পাছত তাইৰ মৃত্যু হৈছিল। তেতিয়াৰপৰাই পূৰণৰ নিজে ভাত ৰান্ধি খোৱাৰ অভ্যাস। এতিয়া ঘৰত বাপেক পায়ৰা আৰু সি।

সি ভবা নাছিল যে তাৰ বাপেকৰ দৰে মতগজ মানুহটো এনেকৈ মৰিব। দুমাহ মানৰপৰা মজদুৰৰ মাজত প্ৰবল বিক্ষোভ। ব'নাছৰ গন্দগোল। ইয়াৰ নিৰিখ কমাই কোম্পানিয়ে মজদুৰবোৰক ঠগাৰ প্ৰচেষ্টা। মজদুৰবোৰ জ্বলি উঠিল। কোম্পানিৰ পইচা খাই তেল বঢ়োৱা নেতা কেইটাই মজদুৰবোৰক শান্ত কৰিবলৈহে চেষ্টা কৰিলে। নেতাবোৰৰ স্বৰূপ ওলাই পৰিল। মজদুৰবোৰ এক গোট হৈ দাবী আদায় কৰিবৰ কাৰণে নিজে নিজে থিয় দিলে। এই জাগৰণৰ গুৰি ধৰিলে পায়ৰা ঘটোৱালে কিন্তু পৰম শক্তিশালী কোম্পানিৰ বিপক্ষে মূৰ তুলি উঠা ইমান সহজ নহয়। কোম্পানিয়ে



টকা আৰু প্ৰলোভনৰ জৰিয়তে মজদুৰৰ মাজত বিভেদৰ বীজ সিঁচিবলৈ লাগি গ'ল। মজদুৰবোৰ ভাগ ভাগ হ'ল। সফল হোৱাৰ বাবে নিশ্চিন্ত হ'বলৈ সিহঁতে আনকি হত্যাৰো আশ্ৰয় ল'লে।

এদিন সন্ধিয়া পায়ৰা ঘটোৱাল অকলে অকলে বাগিচাৰ জুংলুঙীয়া বাটেদি আহি আছিল। তেতিয়াই সি খতম হ'ল। পাঁচটামান মানুহে তাক আক্ৰমণ কৰিলে।

পূৰণ তেনেই অকলশৰীয়া হ'ল। সি দিকবিদিক শূণ্য দেখিলে। আকৌ চাহ বাগিচাত আগৰ অনাচাৰ আৰু অন্যায় পোখা মেলি বাঢ়িবলৈ ধৰিলে। মনো মহৰীৰ দৰে মানুহবোৰৰ চলচাতুৰী বাঢ়িবলৈ ধৰিলে। পূৰণে কয়, "মনোক দেখিলেই মোৰ গা বিজবিজাই যায়। আচল পাষণ্ড সি। তাৰ শিয়ালৰ দৰে মুখ। বুদ্ধিবোৰ তাতকৈ বেয়া। মহা লুটচা। কতৰ সৰ্বনাশ কৰিছে ঠিক নাই। তাৰ দালালীৰ কথা শুনিলে আচৰিত হ'ব লাগে। সি বাগানত বহুত সুবিধা ভোগ কৰিছে। বৰবাবু আৰু মেনেজাৰ চাহাব দুটা সদায় তাৰ ফলীয়া। কাৰণ, সি সিহঁতৰ লালসাৰ বস্তু যোগান ধৰে। সুবিধা বুজি ন ন ছোৱালী। কুলি চুকৰী। সি বিনা বাধাই হাজিৰাৰ পইচা মাৰে। কলঘৰৰ চাহপাত ফাক মাৰে। আৰু বহুত। আৰু কিমান কম? জেলত থাকি সেই কুলাংগৰক লৈ গুজৰি-গুমৰি থকাৰ লাভ কি? কিন্তু সিয়েই মোৰ কাল হ'ল। তাৰ কাৰণেই মোৰ আজি এই অৱস্থা, ছাৰ।" পূৰণৰ কঠিন মুখখনেদি চকুলো বাগৰি গ'ল।

বাপেক পায়ৰা মৰাৰ এমাহৰ পাছৰ কথা। এদিন সি সন্ধিয়া বস্তিৰ মানুহ এঘৰত মনো মহৰীক বেয়া অৱস্থাত পাই গ'ল। সেই ঘৰত সহজে ভোল নিয়াব পৰা দুজনী ছোৱালী আছিল। এজনীক সি নিৰ্জন দুপৰীয়া মেনেজাৰৰ বাংলোত দেখিছিল। পূৰণে দেখা পালে যে মনো মহৰীৰ হাতত সুৰাৰ পাত্ৰ আৰু একেখন কম্বলৰ ওপৰতে তাৰ দুকাষে ছোৱালী দুজনী। সিহঁতৰ কানি-কাপোৰ

যথেষ্ট অসাথন। সিহঁতৰ মুখত অশোভন হাঁহি। তাৰ বুজিবলৈ বাকী নাথাকিল যে সিহঁতৰ দেহত সুৰাৰ উত্তাপ আৰু মগজত সুৰাৰ উন্মাদনা। ঘৰত হয়তো আন কোনো নাছিল। নিচাত ডুবি থকা মনো মহৰীয়ে সিহঁতৰ কাণত পিঙ্কা ৰূপৰ ডুল কেইডাল লিৰিকী বিদাৰি আছিল। সিহঁতৰ হাতবোৰ জোকাৰি দি চিচাৰ খাৰুবোৰৰ শব্দ তুলিছিল। তাৰ কামনাত বলিয়া হোৱা চকু দুটাই সিহঁতৰ ভৰপূৰ দেহা দুটা যেন বখলিয়াই চাইছিল। সিহঁতৰ দেহৰ প্ৰলোভনীয় অংশবোৰত অতি নিৰ্লজ্জভাৱে হাত দিছিল। বাসনাত অধীৰ হোৱা কঁপা কঁপা হাত। মনো মহৰীৰ বে-পৰোৱা ভাব। কোঠাটো চাকিয়ে পোহৰ কৰিছিল। সিহঁত এনেকৈ সুৰাত উন্মত্ত আছিল যে বাহিৰ দুৱাৰখনো দাং দি বন্ধ কৰা নাছিল। পূৰণে সৰু বাটটোৰ পোহৰ নপৰা ঠাইত থিয় দি কাণ্ডবোৰ নিৰীক্ষণ কৰি আছিল। সি ক্ৰোধ আৰু আক্ৰোশত কঁপি উঠিছিল। কিন্তু ধৈৰ্য্য হেৰুউৱা নাছিল। সেই কাৰণে মনো মহৰী যিটো বাটেৰে বাবুৰ বস্তিলৈ উভতিব সেইটো বাটৰ একাষে চাহ গছৰ মাজত জোপ লৈ আছিলহি।

ৰাতি বাৰ বজাৰ পাছত বাসনাৰ তৃপ্তি সুতে-মূলে আদায় কৰি মনো মহৰী ঘৰলৈ উভতিল। পূৰণে লক্ষ্য কৰি হতাশ হ'ল যে মনো অকলে অহা নাই। সি কম চতুৰ নহয়। দেহ ৰক্ষক হিচাপে দনুজ মহালীকো লগত আনিছে। দনুজ হ'ল মজদুৰৰ মাজৰ চৰ্দাৰ। তাৰ হাতত দীঘল লাঠি।

পূৰণ কিন্তু সহজে এৰা ভকত নহয়। তাৰ হাততো লোহাৰ মাৰি এডাল আছিল। সি অতৰ্কিতে যমকালৰূপে সিহঁতৰ আগত থিয় হ'ল। মুখেৰে একো নামাতিলে। ইমান ওখ মানুহটোৰে নিজক চিনিব নোৱৰাকৈ এটা প্ৰকাণ্ড পাগ মাৰি লৈছে যদিও সি কোন হব পাৰে মনো আৰু দনুজে বুজি পালে। পূৰণৰ পৰাক্ৰমৰ কথা সিহঁতৰ অবিদিত নহয়। তাৰ সাহো যিমান, শক্তিও সিমান।



সেয়েহে দনুজে শহাই দৌৰাদি ভিৰাই লৰ মাৰিলে। কিন্তু মনো মহৰীহে হতবুদ্ধি হ'ল। তথাপি সি ক'লে, "একো নাই, চব শেষ কৰি আহিছোঁ। ঘড়িটোকে দিওঁ। মোক এৰি দে।"

পূৰণে অট্টহাস্য কৰিলে। ভাবিলে, ইয়াক মাৰংৰ কৰিব নোৱাৰি। কাৰণ দনুজে তাক দেখা পালে। সেই কাৰণে সি মহৰীৰ জোৰ-জবস্তি কাপোৰ-কানি খুলি এৰি দিলে। মনো মহৰী আণ্ডাৰ পেণ্টটোৰে ঘৰৰ ফালে লৰ দিলে। পূৰণে মনো মহৰীৰ নীলা কামিজটো, বগা পেণ্টটো আৰু জালৰ দৰে গেঞ্জিটো মজদুৰৰ বস্তিৰ লগালগিকৈ থকা পুখুৰীটোৰ পাৰত থ'লে।

পাছ দিনা মজদুৰ বস্তিত বু-বু-বা-বা লাগিল। বাবুবোৰেও অপমানজনক ঘটনাটোৰ তলা-নলা নোলোৱাকৈ নাথাকিল। মনো মহৰীৰ ঘৈণীয়েক ল'ৰা-ছোৱালী তিনিটাৰ সৈতে খুমটাইৰ মাকৰ ঘৰলৈ গৈছিল কাৰণে বাৰুকৈ গৃহ-কন্দল নহ'ল। অৱশ্যে মনো মহৰী ঘৈণীয়েকলৈ কেৰেপ নকৰাকৈয়ে নিজৰ দুষ্কৰ্মবোৰ কৰি যাব পৰা বিংৰ মানুহ।

সেই দিনাৰপৰা মনো মহৰীৰ মূৰত নানান বুদ্ধিয়ে পাক ল'লে। সি বাগিচাৰ চাহাবহঁতক পূৰণৰ বিষয়ে কৈ কাণত বিহ ঢালিবলৈ ধৰিলে। ইয়াৰ কাৰণ হ'ল, পূৰণক আন ধৰণে প্ৰতিশোধ লোৱা।

সেই সুযোগ সি পাই গ'ল। পূৰণে যদি উনৈছ কে জি পাত তোলে মনো মহৰীয়ে কয় সোতৰ কেজি হৈছে বুলি। আন হাতেদি কোনো কোনো মজদুৰ ছোৱালীয়ে কেই কেজিমান পাত তোলাৰ পাছতে ঘৰলৈ যাবলৈ পায়। কোনোবা ছোৱালীয়ে কেতিয়াবা আকৌ এনেয়ে হাজিৰাটো পায়।

সেয়েহে দৈনিক তাৰ পূৰণৰ লগত গালি গালাজ আৰু তৰ্ক-বিতৰ্ক হয়। পূৰণৰ অসহ্য হয়। এই দৰে কেনেকৈনো পেটৰ ভাত মোকোলাব? কেনেকৈ ইমান অন্যায় সহ্য হ'ব? সি মনোৰ অন্যায়ৰ কথা মেনেজাৰ বা এছিছটেণ্ট মেনেজাৰৰ দৃষ্টিগোচৰ কৰে।

সিহঁতে ধমক দি কয়, "শ শ মানুহে কাম কৰিব পাৰে, তোৰহে আপত্তি ? লাট চাহাব হ'ব খুজিছ যদি বাগান কিনি ল। এনেকৈ অবাধ্য হলে নহ'ব। আমাৰ হাতত বহুত নিয়মকানুনো আছে, তইঁতৰ দুটামানেই বাগানখন নষ্ট কৰিছ।"

তথাপি সি কাম কৰিবই লাগিব। আন মজদুৰ মুনিহ-তিৰোতা-বোৰবো তাৰ দৰেই হাত-ভৰি বন্ধা। আজিৰ সংঘ ইউনিয়নৰ দিনতো সিহঁত নিৰুপায়। গাইগুটীয়াকৈ ভোগ কৰা অন্যায়বোৰ সহিবই লাগিব। হাড়ক মাটি তেজক পানী কৰি কোৰ মাৰিবই লাগিব, কলঘৰ চলাবই লাগিব, পাত ছিঙিবই লাগিব। সিহঁতৰ তেজৰ বিনিময়ত চাহনি সেউজ-কোমল হ'বই লাগিব। বছৰে বছৰে কোম্পানিৰ আয়ৰ অংক বাঢ়িবই লাগিব।

তথাপি পূৰণে ভাবে যে অন্যায় অবিচাৰক মূৰ পাতি লোৱাটো মানুহৰ লক্ষণ নহয়। সি মোক কয়, "মানুহ যে ইমান অবিবেচক হ'ব পাৰে আগতে ভবাই নাছিলোঁ। মানুহক অমানুহ কৰে লোভে, পইচাৰ আশাই, 'লালচা'ই আৰু আপোনপেটীয়া স্বভাৱেও। তাৰ উপৰিও মনো মহৰীৰ আক্ৰোশ বিহ-কাড়ৰ দৰে। সিও জানে যে মই থাকিলে সি ইচ্ছামতে ষাঁড় গৰুৰ দৰে চৰি ফুৰিবও নোৱাৰে, দেমাকীও খটাব নোৱাৰে। কিন্তু, শেষত তাৰেই জয় হ'ল। মই এটা সামান্য খাঁটি খোৱা মানুহ। লগৰবোৰক বাগিচাৰ ব্যৱস্থাই বহতীয়া কৰি থৈছে। অন্যায় অবিচাৰক তাৰে এটা নিয়ম বুলি ধৰি লৈছে। এই মানুহবোৰে ইয়াৰ প্ৰতিকাৰৰ কথা ভাবিবই নোৱাৰে। গতিকে মই অকলে কিমান যুঁজিম ? মই হাৰি গলোঁ, ছাৰ, হাৰি গ'লোঁ। এইখন ঈশ্বৰৰ পৃথিৱীত ইমান অবিচাৰ !"

"শেষত কি হ'ল ?" তাৰ বিবৰণৰ বিস্তাৰ দেখি মই শেষ প্ৰশ্ন কৰি তাৰ আখ্যান চমু কৰাৰ ইংগিত দিলোঁ। সি কিছুপৰ নিমাতে ৰ'ল। মোৰ কাৰ্যালয়ৰ বিজুলী পাংখাখনলৈ এনেয়ে চাই থাকিল। তাৰ মুখৰ ৰক্তসঞ্চালনত বোধকৰোঁ বিজুতি ঘটিল। বোধকৰোঁ



আক্ৰোশৰ আতিশয্যত তাৰ তামবৰণীয়া মুখখনত তেজে গোট মৰাৰ ফলত মুখখন কেহেঁৰাজবুলীয়া হ'ল। সি এইবাৰ লাহে ক'লে, "পানী সিচাঁৰ বাবে মই এটা খাল খান্দিছিলোঁ। খালটো খান্দি অঁতালোঁ। মই জানো যে সি কোৱা মতে চাৰি ফুট দ হৈছে। কিন্তু সি ক'লেহি, তিনি ফুটহে হৈছে হেনো। সেই গতিকে মই পূৰা হাজিৰা নাপাম। মই হেনো কামত ফাঁকি দিছোঁ। আকৌ কাজিয়া আৰম্ভ হ'ল। মোৰ ধৈৰ্য্য হেৰাই গ'ল। কোৰখন দাঙি ল'লোঁ। সি লৰ মাৰিলে। মই পিছে পিছে খেদি গ'লোঁ। এইটোৱেই পহিলা দেখ দেখ অপৰাধ। তাৰ ডাঙৰ চেলু ওলাল। ৰিপ'ৰ্ট হ'ল। সেই দিনাই মোৰ চাকৰী গ'ল। মই চাবেক মজদুৰ। সেইকাৰণে পাছ দিনা অফিচে মোৰ প্ৰভিডেণ্ট ফাণ্ডৰ এহেজাৰ চাৰি শ টকা ঘূৰাই দিলে। টকা পোৱাৰ দিনা আছিল শনিবাৰ। এইটোৱেই আছিল মোৰ কাৰণে অতি বিপদৰ কথা।"

"জুৱাত উৰালা ?"

"নহয় ছাৰ। মই সেইবোৰত নাই। হাড়ক মাটি তেজক পানী কৰা টকাৰে যি জুৱা খেলে তাৰ দৰে আৰু বুৰ্বক কোনো থাকিব নোৱাৰে। বৰঞ্চ মই সেই দিনা বাগানৰ কামৰপৰা খেদা খাই মুকলিমুৰীয়া হ'লোঁ বুলি ধৰি ল'লোঁ। মুক্তিৰ সোৱাদ সঁচাকৈয়ে আপুৰুগীয়া ছাৰ। কিন্তু সেই সোৱাদ পালোঁ মাথোন কেই ঘণ্টা-মানলৈহে। পাছ দিনাই পুলিচে মোক ধৰিলে। তেতিয়াৰপৰাই মই এই জেলত। মই খুনী হ'লোঁ, ছাৰ খুনী, নৰবধী।"

পাছৰখিনি আখ্যান সঁচাকৈয়ে কৰুণ। পূৰণে ভাবিছিল যে চৈধ্য শ টকা মূলধনেৰে বাগিচাৰ ভিতৰৰে এডোখৰ সুচল ঠাইত দোকান এখন দিব আৰু এটা মানুহ ভালকৈ পোহপাল যাব পাৰিব। কিন্তু তাৰ আশা নিমিটিল। এইবাৰ মনো মহৰীৰ অদৃশ্য হাতৰ খেলা আৰম্ভ হ'ল। সি হয়তো ভাবিলে যে পূৰণৰ হাতত ইমান টকা থকা উচিত নহয়।

পূৰণৰ ঘৰটো এমূৰীয়া। সোঁ ফালে বাগিচা আৰু বাওঁ ফালৰ ছুনলমান আঁতৰৰপৰা বস্তিৰ ঘৰবোৰ আৰম্ভ হৈছে। নিশা মজদুৰ বস্তি প্ৰাণহীন হৈ পৰিছে। শনিবাৰ কাৰণে সকলোৱে মদ পানী খাই বেহুঁচ হৈ বিছনাত ধোবাং জুৰি শুই আছে। আনকি য'তে ত'তে চেলেকি ফুৰা কুকুৰ কেইটাৰো মাত নাই। বোধহয় সিহঁতো কাৰোবাৰ বমি গিলি নিচা লাগি পৰি আছে। সেই ৰাতি পূৰণেও অকলে অকলে মদ খাইছিল। সিও টোপনিত লালকাল।

কিন্তু ছুপৰ নিশা হঠাতে তাৰ টোপনি ভাগিল। বাহৰ বেৰখন কেৰেক কেৰেক কৰিলে। সিফালে চান্দুৰ ঘৰৰ পখৰা কুকুৰটোৱে ভেউ ভেউ কৰিলে। সি কাণ পাতি ৰ'ল। সি অনুমান কৰিলে যে ছুপৰ নিশাৰ বা লাগি ছুৱাৰখনে এনে শব্দ কৰা নাই। এয়া তাক আৰু নিঠকুৱা কৰাৰেই অভিসন্ধি। অফিচে দিয়া টকাখিনি গাকৰ তলত আছিল। সি খেপিয়াই চাই নিশ্চিন্ত হৈ ল'লে। সি লাহে লাহে উঠিল আৰু খেপিয়াই খেপিয়াই দাখন নাপালে। পালে দাকটাৰী ধৰোৱা পতাগুটিটো। বেচ ডাঙৰ পতাগুটি। ওজন আধা কেজিতকৈ বেছি। সি এইটো ছুদিনৰ আগতে কেৰাচিন তেলৰ টিনত থকা চাউলখিনি ঢাকি থোৱা সৰু তক্তা এচটাৰ ওচৰত থৈছিল। নহলে নথকা সময়ত পঁইতা চোৰা বিচাৰি মেকুৰীটোৱে চব লণ্ড-ভণ্ড কৰে।

সি পতাগুটিটো কাষ চপাই ল'লে। সি গম পালে যে কোনোবাই মাটিলৈ টৰ্চ মাৰি ছুৱাৰখন চাইছে। এইবাৰ ছুৱাৰখনত স্পষ্ট হেঁচা। ইয়াৰ অৰ্থ হ'ল, এটা মানুহেই অহা নাই, লগত আৰু আছে সিহঁতৰ ডকাইতি কৰিবৰ ইচ্ছা। ভিতৰত তাক অকলে পালে তাৰ ৰক্ষা নহব। কিন্তু সি নিমিষতে এটা বুদ্ধি পাই গ'ল। সি লুঙী পিন্ধি আছিল। সি চৈধখন এশটকীয়া নোটৰ মুৰাটো লুঙীৰ খোচনাত গুজি এহাতে পতাগুটিটো ল'লে।



এনেতে শুনিলে মাতালৰ হিন্দী, "—! দৰজা খোল" মাতত ধৰা পৰে বুলি হিন্দীতে হৈছে।

ভাগ্যৰ কথা যে পূৰণৰ ছুচলীয়া ঘৰটোৰ পিছ ভালে সৰু ছুৱাৰ এখন আছিল। সি হাতত সাৰে ভৰিত সাৰে সেই ছুৱাৰখন খোলাৰ শব্দ শুনিলে। সিহঁত সোমোৱাৰ আগতেই সি পিছ ছুৱাৰেদি ওলাই আগফালে ঘৰৰ চুকৰ লেচু জোপাৰ তলত জুপুকা মাৰি বহি থাকিল।

খন্তেকতে পূৰণৰ সৰু ছুচলীয়া ঘৰটো টৰ্চ লাইটৰ পোহৰেৰে ভৰি পৰিল। গোৰ মাৰি চাউলৰ টিনটো পেলাই দিয়াৰ শব্দও শুনা গ'ল। এটাই হতাশ হৈ ক'লে, "চালা পালাইছে ৰে।" সেইটো ধীৰুৰ মাত। তাকে শুনি পূৰণৰ গোটেই শৰীৰ খং আৰু আক্ৰোশত কঁপিবলৈ ধৰিলে। মনে মনে ভাবিলে, চালা কুত্তা! নৌকৰ! এমন দামাকীৰে তোৰ!

এই ধীৰুৱেই বাগিচাৰ হাজিৰাত মনো মহৰীৰ হাত ঘকুৱা কাম কৰে আৰু সুবিধা বুজি মহৰীৰ লালসাৰ বস্তু যোগান ধৰে। তাৰ বুজিবলৈ বাকী নাথাকিল যে তাক সৰ্বস্বান্ত কৰাৰ উদ্দেশ্যেই পাষণ্ড মনো মহৰীয়ে এই নৈশ অভিযানৰ গুৰি ধৰিছে। এই কথা মনলৈ অহাৰ লগে লগেই সি প্ৰকাণ্ড পতাগুটিটো ছুইখন হাতেৰে জোৰেৰে চেপি ধৰিলে।

সিহঁত ওলাই অহাৰ লগে লগে লেচু গছৰ তলৰপৰা পূৰণে গৰ্জি উঠিল, "কোন চালা কুত্তাকা বাৎচা? খতম কৰে দিম।" লগে লগে তিনিটা মানুহ ছুপ ছুপ কৰে লৰ মাৰিলে। পূৰণে দেহৰ সমস্ত শক্তিৰে পতাগুটিটো দলি মাৰি পঠিয়ালে। এটাৰ মূৰত পৰিলত বিকট আৱাজ কৰি ধুমুহ কৰে পৰি গ'ল। বাকী ছুটা তৰা-নৰা ছিঙি পলাল।

পূৰণে হাত ছুখনৰ শক্তিক ভাবনা কৰি চোতালৰ মাজলৈ আহি তৰাৰ পোহৰত দেখিলে যে মানুহটো শেষ হৈ গৈছে। সি ঘৰৰ ভিতৰলৈ গৈ গাকৰ তলৰপৰা জুইশলাটো আনি কাঠী এটা মাৰি

দেখিলে যে সেইটো মুৰ্লী। সেই ৰাতি মনো মহৰীৰ লগত 'দিল্লেগী' কৰা 'চুক্ৰী' দুটাৰ ককায়েক।

চোতালত তেজেৰে ডোঙা পাতি আছে। চানুৰ ঘৰৰ পথৰা কুকুৰটোৱে আহি তেজবোৰ চেলেকিছে। মুৰ্লীৰ মূৰটো চিনিব নোৱৰাকৈ থেতেলা খাইছে।

জীৱনত পহিলা খুনী হৈ পূৰণ বিচলিত হ'ল। কিন্তু পাছ মুহূৰ্ততে সি নিজক বচোৱাৰ বুদ্ধি পাঙিলে। সি ঘৰটো বন্ধ কৰি তলাটো মাৰি পলাল। পাছদিনা দুপৰীয়া তাক বিহবাৰ দেওবৰীয়া বজাৰত পুলিচে গ্ৰেপ্তাৰ কৰিলে। গোটেই দিনটো 'লক আপ'ত ৰাখি পুলিচে পাছ দিনা তাক কাৰাগাৰলৈ চালান দিলে।

প্ৰায় দুবছৰ তিনি মাহৰ আগৰ কথা। তেতিয়াৰপৰাই সি কাৰাগাৰত হাজোতী। গোচৰ চলি আছে। সাক্ষীবাদী লোৱাও হৈ গ'ল। তথাপি গোচৰটোৰ দিন পৰি আছে। সিফালে পূৰণৰ উকীলজনো চৰকাৰে বন্দবস্ত কৰি দিয়াহে।

পূৰণৰ আখ্যানটোৱে মোক যথেষ্ট আমনি দিলে। সি সঁচাকৈয়ে দুৰ্ভগীয়া। তাৰ আজি এই মদিৰ-ভৰা যৌৱন কাৰাগাৰৰ চাৰি বেৰৰ মাজত উপবাসী। তাৰ কিজানি এক মাত্ৰ নিঠুৰ জীৱনৰ বিকল্প হ'ল চৰাই-চিৰিকতিবোৰ। সি সখিয়তী-বালিমাহীৰ মনৰ কথা বুজে। মাছৰোকা বা মাছলংকা চৰায়ে তাৰ লগত মিতিৰালি কৰে। জাক জাক পাৰই তাৰ সৈতে ইন্দ্ৰসভা পাতে।

তাক পাচলি খেতি কৰিবলৈ অনুমতি দিয়া হ'ল। তাৰ বাবে সি দিনে এটকাকৈ পায়। তাৰে সি নিজৰ কাৰণে খৈণীৰ পেকেটহে কিনে। বাকীখিনি পইচা চৰাইৰ কাৰণে খৰচ কৰে। সিহঁতৰ কাৰণে ৰাতিয়েই মাহ-চাউল তিয়াই থয়। টুকুৰাটুকুৰকৈ পকা কল কাটি থয়। মাটিৰ কাপবোৰত পানী ভৰায়। মাজে মাজে ৱাৰ্ডাৰৰ হতুৱাই আপেলো অনায়। বৈচিত্ৰহীন কাৰাগাৰটো চৰাই-চিৰিকতিৰ পয়োভৰেৰে বিনন্দীয়া হৈ পৰে। পূৰণে কাৰাগাৰত



আৰু আমাৰ একেসুৰীয়া জীৱনত সুন্দৰ ব্যতিক্ৰমৰ সৃষ্টি কৰে। চৰাই-চিৰিকতিবোৰ আৰু সুঠাম দেহৰ সুপুৰুষ পূৰণ ঘটোৱাল আমাৰ কাৰাগাৰৰ একো একোটা অংগ হৈ পৰে।

ময়ো খুব ব্যস্ত হৈ পৰোঁ। কাৰাগাৰলৈ ভালেমান ৰাষ্ট্ৰীয় নিৰাপত্তা আইনত ধৰা ৰাজবন্দী আহে। এনে বন্দী আহিলেই কাৰাগাৰৰ চাকৰীয়ালৰ থৰকাচুটি নোহোৱা হয়। সিফালে যোৰহাটৰ কাৰাগাৰত আটাইবোৰ কাৰাগাৰৰ বছা বছা কয়দীবোৰ গোট খাইছে। ইয়াত আন্তঃকাৰাগাৰিক ক্ৰীড়া সমাৰোহ হৈছে। তাৰ বাবেও বৰ ব্যস্ত থাকিবলগীয়া হৈছে। পূৰণক ৰাজবন্দীসকলৰ বাবে ৰন্ধা-বঢ়াৰ ভাৰ দি তাৰ কথা পাহৰি আছোঁ। তাৰ লগত দিছোঁ চম্পক খাটনিয়াৰ আৰু গণেশ মহালীক।

প্ৰায় দুই তিনি মাহৰ পাছত নিৰাপত্তা বন্দীসকল মুকলি হয়। মই সকাহ পাওঁ। আকৌ মোৰ মনত পৰে আগৰ গল্প-লেখক ৰাজবন্দী জনৰ কথা: "কথাটো মনত ৰাখিব, বৰুৱা চাহাব, এই বিষয়ত আমাৰ সাহিত্য টনকিয়াল নহয়। আপুনি পাৰিব। লেখাত লাগিলেহে এই কাম আপোনালোকৰ ভাল লাগিব। আচলতে আপোনালোককহে আচল বন্দী যেন লাগে।" বোধকৰোঁ তেখেতৰ আলপৈচান ধৰা পূৰণ ঘটোৱাল আৰু গনেশ মহালীৰ জীৱনৰ আদ্যোপান্ত শুনি তেখেতে এই সুন্দৰ মন্তব্যটো দিছিল। গণেশ মহালীৰ কথা বাৰু পাছত ক'ম।

মই মোৰ কাম লৈ থাকিলোঁ আৰু পূৰণো তাৰ চৰাই-চিৰিকতি লৈ থাকিল। এদিন সি মোৰ ওচৰত হাজিৰ হ'লহি। ক'লে, "ছাৰ, দত্ত ছাৰে কৈ গ'ল মই এজন ভাল উকীল নধৰিলে এনেকৈয়ে পঁচি থাকিব লাগিব। তেখেতৰ বৈনায়েক ইয়াতে উকীল। চৰকাৰে ধৰি দিয়া উকীলৰপৰা একো কাম নহব!" দত্ত হ'ল সেই সাহিত্যিক ৰাজবন্দীজন।

"তেনেহলে কি কৰিব খুজিছা?"

"আপুনি কিবা এটা কৰক ছাৰ। মোৰ টকাখিনিতো জমা আছেই।"

সি বুদ্ধিমান। এই অনুৰোধ সি আগতেই কৰিব পাৰিলেহেঁতেন। হয়তো এটা কাৰণ আছে। তাক মই ভাল পাওঁ বুলি হয়তো সি দেৰিকৈ ধৰিব পাৰিছে।

অৱশ্যে মই আগতেই ব্যৱস্থা কৰিব লাগিছিল। কেইবাজনো ভাল উকীল মোৰ চিনা-জনা আছে।

পূৰণে লগত গোচৰৰ কাগজ-পত্ৰখিনিও আনিছে। মই পঢ়ি চালোঁ। ভাবিলোঁ, কামটো জটিল নহ'ব। মুৰ্লীক মৃত অৱস্থাত তাৰ ঘৰৰ আগত পোৱা গ'ল কাৰণেই তাক দোষী কৰা হ'ল। সাক্ষীয়ে মৰা শটো দেখাৰ কথাহে ক'লে। কিন্তু তাৰ বিপক্ষে কোনেও দেখা সাক্ষী দিব নোৱাৰিলে।

"কিবা বুজিলে নে ছাৰ? মনো মহৰীয়ে হয়তো দেখা সাক্ষী দিয়াবলৈ চেষ্টা কৰিছিল। কিন্তু আমাৰ মজদুৰ মানুহখিনি ইমান তললৈ-নামিব নোৱাৰে বুলি মই জানো। সিহঁতে মোক ভালো পায়।"

"পিছে কে'ছটোত কিয় এনেকৈ দিন পৰি আছে মই বুজিব পৰা নাই।"

"হয়তো মনো মহৰীৰ হাত আছে।"

মই দুই এক উকীলক কথাটো সুধিম বুলি ভাবিলোঁ। তাৰ আগতে সাহিত্যিকজনৰ বৈনায়েকজনৰ নামটো জানি ললোঁ। তেওঁৰ নাম মাণিক ৰাজখোৱা। ঘৰত ফোনো আছে। ৰাজখোৱাই জনালে যে জেঠেৰীয়েকে তেওঁলৈ এই বিষয়ে চিঠি লিখিছে।

ময়ো কেইদিনমানৰ পাছত এখন চিঠি পালোঁ। চিঠিখন প্ৰসন্ন দত্তৰ ৰাজবন্দী হৈ থকা সেই গল্পকাৰজনৰ। তেওঁ লিখিছে, "...খৰচ কৰিব নোৱাৰে কাৰণেই আপোনাৰ জেলৰ বেছি ভাগ কয়দীয়েই জেলত পঁচিছে। ধনীয়ে আইনক নিজৰ মতে পোনাই ল'ব পাৰে। তাৰ বাবে পুলিচো আছে, প্ৰখৰ বুদ্ধিৰ উকীলো



আছে। আপোনাৰ জেলতে এনে কিছুমান লোক আছে যাক জামিনত লৈ যাবলৈকো দৰখনৰ পইচাৰ অভাৱ। সিহঁত ছমাহৰ পাছত ব্যক্তিগত জামিনতহে গুচি যাবলগীয়া হয়। তদুপৰি আদালতৰ অতিশয় দীৰ্ঘসূত্ৰতা আছেই। তাত থাকি লক্ষ্য কৰিলোঁ, একোটা দোষৰ শাস্তি হ'ব পাৰে অতি বেছি এবছৰ, কিন্তু জামিনত খালাচ নোপোৱা দোষী জেলত তিনি বছৰ আছে। যেনে ঘন গগৈ, ৰাম গুৰুং, কলীয়া তাঁতি ইত্যাদি। সদিয়াৰ গজেন পায়েঙৰ গোচৰটো পাঁচ বছৰেও শুব পৰা নাই? কালিবাড়ীৰ ভাইটি বোলা ল'ৰাটো আধা কেজি পটল চুৰ কৰি এতিয়ালৈকে চাৰি মাহ জেলত আছে। এয়াই হ'ল আমাৰ আদালতবোৰৰ ৰঙা ফিটাৰ মহিমা। অথচ দৰকাৰৰ লোকচানখিনি বিজ্ঞ বিচাৰকসকলৰ চকুত নপৰে। পণ্ডিতসকলৰ বাস্তৱ বুদ্ধি নাথাকিলে এনে দশাই হয়। বিহাৰত হেনো আৰু একাচি চৰা। এটা ডকাইত বা খুনী আটক হোৱাৰ ছয়-সাত বছৰৰ পাছতহে তাৰ ফাইলটো বিচাৰকৰ টেবুল পায়হি। ...মই পূৰণ ঘটোৱালক কথা দি আহিছোঁ। টকা-পইচাৰ বাবে মই আছোঁ। আপুনি মাণিক ৰাজখোৱাৰ লগত যোগাযোগ কৰি কামটো কৰক। আৱশ্যক হ'লে ময়ো ওলাইগৈ পাৰোঁ। মই কথাখিনি তাতেই ক'ব লাগিছিল। কিন্তু আপোনাৰ কাৰ্য্যালয়ত পুলিচ আৰু ছি. আই. ডিৰ ঘিটঘিটনিৰ বাবে —এছ. পি. বিভীষণ গোস্বামীৰ কল্যাণত—কথাটো ক'বলৈ সময় নাপালোঁ। মুক্তি পোৱাৰ দিনাও একেই অৱস্থা।..."

তেখেতৰ আন্তৰিকতাৰ অকণো অভাৱ নাছিল। কাৰণ গোচৰৰ খৰচপাতি যোগাবৰ বাবে তেখেতে লগতে তিনি শ টকাৰ বেংক ড্ৰাফট এখনো গাঁঠি দিছে। হয়তো মোক আৰু বৈনায়েক মাণিক ৰাজখোৱাক সম্পূৰ্ণৰূপে বিশ্বাস কৰিব পৰা নাই। মই লজ্জিত হ'লোঁ।

মই চেষ্টাৰ ক্ৰুটি নকৰিলোঁ। আৰু এটা গোচৰৰ দিন নপৰিল। একে দিনাই শেষ হ'ল। পূৰণে খালাচ পালে।

তাৰ গুণগ্ৰাহী কয়দীবোৰ কাৰাগাৰৰ গে'টলৈকে আহিল। সি একো নকৈ মোৰ ফালে চাই থাকিল। লক্ষ্য কৰিলোঁ যে তাৰ চুচকুত পানী। সি অতৰ্কিতে মোৰ ভৰি চুই প্ৰণাম কৰি হঠাতে আঁতৰ হ'ল।

তাৰ কাষলতি চেপত এটা টোপোলা আৰু এটা হাতত এটা টিনৰ চুটকেছ। আঢ়ৈ বছৰৰ পাছত তাক নিবলৈ কোনো ৰৈ থকা নাই। সি কোনো ফালে নাচাই গপচ গপচ খোজ কেইটা দিলে। সি বাহিৰৰ বিশাল পৃথিৱীলৈ ছুটামান খোজ দিছেহে মাত্ৰ, এনেতে এটা আচম্বিত দৃশ্য খিৰিকিয়েদি দেখিবলৈ পালোঁ। হঠাতে বহুত বিবিধ চৰায়ে তাক আগুৰি ধৰিলে। চৰাইবোৰৰ আৱাৰ কৰা লক্ষণত সিহঁতৰ অস্থিৰতা ফুটি উঠিছে। অবুজন পখীবোৰেও হয়তো কিবা এটা বুজি পাইছে। তাৰ কান্ধত, পিঠিত আৰু চুলিৰ ওপৰত কেইবাবিধো চৰাই। পাৰ, সখিয়তী, বালিমাহী, মাছ লংকা!

সি কিন্তু বিচলিত হোৱা যেন নালাগিল। সি বাট বুলিবলৈ ধৰিলে। লগে লগে চৰাইবোৰ। যেন মাটিৰ পৃথিৱীলৈ নামি অহা অনুপম বলাকাৰ মাজেদি কোনো এক শান্তিৰ দেৱদূত পৃথিৱীৰ কোনো এক ক্ষোভ-দ্বেষ-লালসা ভৰা অশান্ত প্ৰান্তলৈ যাত্ৰা কৰিছে। মোৰ চকু জুৰাই গ'ল।

গোটেই দিনটো পূৰণ ঘটোৱাললৈ মনত পৰিল। পাছদিনা জামাদাৰ নৱ শৰ্মাৰপৰা জানিলোঁ যে প্ৰথম শ্ৰেণীৰ বন্দী থকা এচুকৰ প্ৰাচীৰ-ঘেৰা অঞ্চলটোৰ দীঘলীয়া ঘৰটোত কেইবাটাও কয়দী আছে যদিও সেই ফালে যাবলৈকে ইচ্ছা নাযায়। কাৰণ তাত পূৰণ যে নায়েই, আচৰিত কথা,—চৰাইবোৰো নাই।

দ্বিতীয় দিনা জামাদাৰে নিজেই বননিত কল, মধুৰী, এৰাঁ গাখীৰ আৰু ভাত থৈ চালে। কিন্তু সেইবোৰ খাবলৈ কোনো চৰাই নাহিল। কাৰাগাৰৰ চৌহদ আকৌ বৰ্ণহীন হৈ পৰিল। জামাদাৰ নৱ শৰ্মাই পূৰণ ঘটোৱালৰ স্মৃতিত হুমুনিয়াহ পাৰিলে। কাউৰীত বাদে এটা চৰায়ো কাৰাগাৰৰ চৌহদত দেখিবলৈ পোৱা নগ'ল।



এদিন দুদিনকৈ সপ্তাহটো পাৰ হ'ল। এমাহ গ'ল। সময়ে মোৰ মনৰপৰা পূৰণৰ স্মৃতি ম্লান কৰিব নোৱাৰিলে। কিন্তু সি যোৱাৰ এমাহ দহ দিনৰ পাছত এনে নিষ্ঠুৰভাৱে মই আশাহত হ'ম বুলি সপোনতো ভবা নাছিলোঁ।

সেই তাৰিখটোত ৰাতি প্ৰায় আঠ বজাত জেললৈ আমদানি হ'ল মাথোন তিনিটা। তাৰ মাজত কঁকাল আৰু দুই হাত বন্ধা দৈত্য-সদৃশ পূৰণ ঘটোৱালক দেখি মোৰ চকু দুটাকে বিশ্বাস কৰিব নোৱৰা হ'লোঁ। অজানিতে মোৰ বুকুখন ধপধপালে। তাৰ সৰ্বশৰীৰ ৰক্তাক্ত। চকুহালো লাটুমণি গুটিৰ দৰে। মুখ আৰু ভৰি দুটা উখহা। চুলিবোৰ থিয় দি আছে। মাজে মাজে কিছুমান চুলি উঠি গৈছে। মোৰ বুজিবলৈ বাকী নাথাকিল যে তাৰ ওপৰত পুলিচৰ যথেষ্ট অত্যাচাৰ-উৎপীড়ন চলিল।

মই তাৰ চকুলৈ কেইবাবাৰো চালোঁ। সি কিন্তু মোলৈ চাব নোৱাৰিলে। মই কৌতুহল দমাব নোৱাৰিলোঁ।

"পূৰণ, এইবাৰ কিয় ?" মোৰ ভাব হৈছিল যে সি মোৰ প্ৰশ্নৰ উত্তৰ নিদিব। কিন্তু সি ক'লে, "আচল কামেই কৰি আহিলোঁ। ছাৰ। সিহঁতক একদম খতম কৰি আহিলোঁ। মনো মহৰীক আৰু লগতে মৌ বন্ধাৰ মালিকজনক। নিজক আৰু কিমান দমাম, ছাৰ ? এতিয়াও ভাবোঁ, ছাৰ, সিহঁতৰ দৰে পাষণ্ড এই দুনিয়াত বাচি থাকিব নালাগে।"

"আকৌ খুনী হ'লা ?"

"অৱস্থা, কপাল, চব।"

লগে লগে সি প্ৰবল জোৰেৰে টেবুলত মূৰটো খুন্দিয়াবলৈ ধৰিলে। চিপাহী আৰু ৱাৰ্ডাৰ দুটামানে তাক থিতাতে আঁতৰাই আনিবলৈ বেচ কষ্ট হ'ল। খন্তেকতে গোটেইখন হুলস্থূল লাগি গ'ল। তাৰ মূৰ ফাটি কেঁচা তেজৰ সোঁত বৰলৈ ধৰিলে। মই চকুহাল মুদি দিলোঁ।

## ॥ গিঞ্জৰবাসীৰ ভাওনা ॥

কাৰাগাৰৰ পশ্চিমমুৱাকৈ থকা লৌহ-কপাটৰ পোনে পোনে ৰজনী শইকীয়াৰ গেলামালৰ দোকানত যদি আপুনি সন্ধিয়া মালবস্তু কিনিবলৈ আহে আৰু কাণ থিয়কৈ ৰয়, তেনেহলে আপোনাৰ কাণ দুখন সুত লাগি যাব। ভাদত শুনিবলৈ পাব, অমৃতবৰষা অঙ্কীয়া-গীত, খোলৰ বোল, বিলাপ-পঁয়াৰ আৰু নাটৰ বচন। বসন্তকাল সোমোৱাৰ লগে লগে শুনিব, ঢোলৰ ছেও আৰু মন উচাতন কৰা বিহুগীত।

তাতো জীৱন আছে। আজি ভাদৰ শুক্লা দ্বিতীয়া। গুৰুজনাৰ তিথি। আজি আমাৰ যোৰহাট কাৰাগাৰত ভাওনা। সমাজক হেয় কৰি চাৰি-বেৰৰ মাজত থাকি—জীৱন-যৌৱন, আশা-আকাঙ্খা আৰু স্বৰূপ কামনা-বাসনাক বনবাসী কৰা আমাৰ এই কাৰাগাৰৰ কাৰাবাসীবোৰৰ শিল্পী মনবোৰ আজি ৰাতি ঠন ধৰি উঠিছে। চৈধ্য বছৰ জেল খাটিবলগীয়া ধনীৰামৰ আঙুলিৰ পৰশত খোলে প্ৰাণ পাইছে আৰু বীৰসকলৰ দম্ভ থকা ছেওটো মাৰিছে—

ধিনাক্ ধিনাক্ ধিন্ টৌ ধিনাক ধিন
ধেই খিতিটৌ তাক···



এই ছেওৰ মাজত ডেকা কয়দীহঁতে বীৰত্ব বিচাৰি পাইছে। ইয়াৰ পাছতেই আৰম্ভ হৈছে আয়োজন, গীতৰাগ কানাড়া পৰিতালৰ যোগেদি। মাটিৰ সীমা লৈ কাজিয়া কৰি জেলভাত খোৱা মেঘৰাম বৰাই গাইছে—

যুদ্ধ দেহো যাদৱ ৰায়া।
গৰজি নৃপসৱ আয়াৱে ॥
কোপে নৃপসৱ কামোৰে বাহু।
চান্দক খেদি আছে বৈছন ৰাহু ॥

কয়দীবোৰৰ মাজত প্ৰশংসাৰ ভুনভুননি। সিহঁতে কোৱাকুই কৰিছে: মাঘৰাম গলাই মৌ বৰষিছে। ধনীৰামতো কথাই নাই। আনকি পহুমৰা সত্ৰৰ ডেকা অধিকাৰেও খোলত এনে বস্তু তুলিব নোৱাৰে।

নিলগত "প্ৰথম বয়সে নবীনা যুৱতী প্ৰিয়ক সমীপে হেথমাথ কৈয়ে ৰহল।"

মাজুলীৰ ওঠৰ বছৰীয়া ছুৰ্বা শইকীয়া হৈছে—ৰুক্মিণী। তাক সাইলাখ ৰাজ-নন্দিনী যেনেই লাগিছে। "কি কহব ৰমণীক ৰূপ প্ৰচুৰ। বদনক হেৰি চান্দ ভেলি দূৰ ॥"—ঠিক যেন এনেকুৱাই।

ৰুক্মিণীয়ে কৈছে "হে স্বামী, কাচক চাহন্তে মাণিক হেৰয়।" শ্ৰীকৃষ্ণই প্ৰিয়াক এনেকৈ প্ৰবোধ দিছে, কি কৰব সিংক শৃকৰ সৱ আয়া। হামাকু শপত তাপ তেজহু জায়া ॥"

শ্ৰীকৃষ্ণ হ'ল আমাৰ বনমালী, সি জেলত সোমোৱাৰ কাৰণ হ'ল বেংকৰ চেকত চহী জাল কৰা। তাকহে ৰাইজৰ পছন হোৱা নাই। আচলতে কৃষ্ণৰ ভাওটো পাব লাগিছিল আমাৰ পৱন ভাগৱতীয়েহে। তাৰ যে কি সুন্দৰ চেহেৰা! কথাছবিৰ নায়কক কয়দীৰ পোছাক পিন্ধালে যেনেকুৱা দেখি তাকো ঠিক তেনেকুৱাই দেখি। ৰূপত তেনেই কন্দৰ্প। পিছে সি কৃষ্ণৰ ভাও নল'লে। তাৰ মাকৰ বৰ অসুখ বুলি সি খবৰ পাইছে। সেয়েহে তাৰ মনচন

খাৰাপ। সহকাৰী কাৰাধ্যক্ষ নিখিল বনিয়ায়ো আখৰাৰ সময়ত তাক ভাও দিব নেলাগে বুলি ক'লে। কাৰণ, হাজাৰ হওক সি হাজোতী। যি কোনো এদিন খালাচ হৈ যাব পাৰে।

পৱন ভাগৱতী হ'ল—নগৰৰ নাম কৰা জেপ-লুক্কা, পকেটমাৰ। পিছে এটা জেল খাটিছে, বিলাতী মাটি চুৰ কৰাৰ অপৰাধতহে। সি এতিয়া ভাওনা চাবলৈ অহা 'ৰাইজ' আৰু বিষয়াসকলৰ—মাজত তামোলচালি বিলোৱাত ব্যস্ত। কয়দীবোৰৰ অৰ্থাৎ ৰাইজৰ বুজন অংশটোৰ মাজত লুকাই চুৰকৈ ভালেমান বস্তুৰ আদান-প্ৰদান হৈছে। যেনে, খৈনী, ভাং-মিহলি চেলেউ, বিড়ি, চিগাৰেট ইত্যাদি। এইবোৰ দ্ৰব্যই ভাওনাৰ ৰস-গ্ৰহণ কৰাত বৰ সহায় কৰিছে। সিহঁতে বিভোৰ হৈ চাইছে। এই ভাওনাটো সিহঁতৰ নিৰ্মম একেসুৰীয়া জেল-জীৱনত এক উজ্জ্বল ব্যতিক্ৰম।

ইয়াত দেৱালেই দিগন্ত। কয়দীবোৰে এতিয়া শুক্লা দ্বিতীয়াৰ তৰাভৰা আকাশৰ মাজ ভাগহে দেখা পাইছে। কাৰাভাগৰ মাজ ভাগ মুকলি। তাতেই ৰভা পাতি ভাওনা পতা হৈছে। কয়দীবোৰ হেচিয়ান কাপোৰৰ ওপৰত বহিছে। তাৰে ভিতৰতে চফল ডেকা কয়দীবোৰ চৌকাষে থিয় দি আছে। কাৰাধ্যক্ষ জন্মেজয় তালুকদাৰ আৰু তেওঁৰ সহকৰ্মীসকলে (সংকাৰী কাৰাধ্যক্ষ সকলে) পৰিয়ালবৰ্গৰ সৈতে গায়ন-বায়নৰ ওচৰতে চকিত বহি ভাওনা চাইছে।

জন্মেজয় তালুকদাৰৰ ভাওনাত বৰ ৰাপ। সৰু কালত নগাঁও জিলাৰ জাজৰিৰ ওচৰৰ ঢলপুৰীয়াত থাকি পঢ়াশুনা কৰিছিল কাৰণেই। এতিয়া তেওঁ ভাওনাৰ আচল সময়খিনিলৈ আশাৰে বাট চাই আছে। অলপ পাছতে ৰুক্মবীৰ জ্বলি উঠিব। শিশুপালে শ্ৰীকৃষ্ণক কদৰ্থনা কৰিব আৰু এসেকা দিবৰ বাবে ৰজাবোৰক প্ৰস্তুত কৰিব। ৰুক্মিণী ভয়ত বিয়াকুল হ'ব। ভীষ্মক ৰজা বিপাঙত পৰিব। এইবোৰেই ৰুক্মিণী হৰণ নাটৰ আচল বস্তু।



কিন্তু তেওঁৰেই কপাল বেয়া। নাটৰ এই বিশেষ সময়খিনিতেই জন্মেজয় তালুকদাৰ অস্থিৰ হৈ পৰিল। এটা বিশেষ কথাই তেওঁক নাটৰ ৰস-গ্ৰহণ কৰাৰপৰা বঞ্চিত কৰিলে। তেওঁ চাৰিওফালে সঘনে চাবলৈ ধৰিলে। পোনতে নিজৰে হাৱাইন চাৰ্টৰ জেপ কেইটা উবু-ৰিয়াই চালে। তাৰ পাছত পেণ্টৰ জেপ কেইটা। তাতো সন্তুষ্ট নহৈ তেওঁ চকিৰপৰা উঠিল আৰু বহি থকাৰ চাৰিওফালে পৰীক্ষা কৰিলে। ঘৈণীয়েকে সুধিলে, "কি হ'ল ?" তেওঁ কলে, "তোমা-লোকে ভাওনা চোৱা, মই অফিচৰপৰা আহোঁ।"

তেওঁ কাৰাগাৰৰ অফিচটো খুলি পোনতে নিজৰ টেবুলখন ডেয়াৰ কেইটা পৰীক্ষা কৰি হতাশ হ'ল। তেওঁৰ এতিয়া সৰ্ব শৰীৰত ঘামৰ কণিকা। মনত আক্ৰোশ, ক্ৰোধ আৰু ঘৃণা। কাৰাগাৰ মূল গেটখনত থকা ৱাৰ্ডাৰটোক মাতি তেওঁ ক'লে, "বিনয়, জামাদাৰক মই তুৰন্তে মাতিছোঁ বুলি কোৱাগৈ।"

সিফালে কাৰাগাৰৰ মাজৰ মুকলি অংশৰ ৰভাৰ তলত ভাওনা পূৰ্ণ গতিত চলিছে। জন্মেজয় তালুকদাৰে ৰুক্মবীৰৰ বীৰদৰ্প শুনিবলৈ পাইছে :

যোহি মোৰ ভগিনীক কৰিল হৰণ।
সবংশে তাহাৰ জানা মিলিব মৰণ॥

তাৰ পাছতেই যুদ্ধৰ বোল : তাক্ টৌ, তাক টৌ খিট ধেই নাতা খিতি ধেই···

জামাদাৰ জয়দ্ৰথ শৰ্মা আধাপকা ডাড়িখিনি খজুৱাই খজুৱাই কাৰাধ্যক্ষৰ ওচৰত থিয় হ'লহি। আচল কথাটো ঠিতাতে নকৈ কাৰাধ্যক্ষ জন্মেজয় তালুকদাৰে পাতনি মেলিলে, "বুইছা, শৰ্মা, মোৰ জীৱনত এতিয়ালৈকে ছুবাৰহে এনে হৈছে। পোনতে এচিচ্ টেণ্ট জেইলাৰ হৈ আহোঁতে হজোতী এটাই এখন হাতেৰেই টেবুলৰ পৰাই মোৰ ফাউন্টেইনটো মাৰি দিলে। এতিয়া আকৌ ইমান বছৰৰ অভিজ্ঞতাৰ মূৰত···। এস্ বুইছা, শৰ্মা, এইবোৰ জেইল

ৰিফৰ্ম-চিফৰ্ম মিছা। মূঠতে আগতে সমাজৰ কেনা গুচাব লাগিব, তাৰ পাছতহে জেইলত···"

"এতিয়া কি হ'ল, ছাৰ?" ৱাৰ্ডাৰবোৰৰ অৰ্থাৎ জেইল-পুলিচ বাহিনীৰ সেনাপতিস্বৰূপ জয়দ্ৰথ শৰ্মাই উৎসুক হৈ সুধিলে।

জন্মেজয় তালুকদাৰে দীঘল উশাহেৰে চিগাৰেটৰ ধোঁৱা গিলি থুঁতৰিৰ তলৰ মঙহৰভাঁজ দুটা লিৰিকি বিদাৰি থাকি জামাদাৰ শৰ্মাৰ মনত অধিক কৌতূহলৰ সৃষ্টি কৰিলে। তদুপৰি এতিয়া জন্মেজয় তালুকদাৰৰ মেদবহুল দেহত পূৰ্বৰ গাম্ভীৰ্য নাই। তেওঁৰ উজ্জল শ্যামবৰনীয়া মুখত বিন্দু বিন্দু ঘাম। তেওঁ ক'লে, "তাত বহোতে মোৰ মানিবেগটো আছিল। পাঁচশতকৈ বেছি টকা আছিল। এতিয়া নাই। পাবা যদি উদ্ধাৰৰ চেষ্টা কৰা। পিছে তালৈ গৈ হুলস্থূল কৰি ভাওনাটো নষ্ট নকৰিবা।"

জামাদাৰ জয়দ্ৰথ শৰ্মালৈ কাৰাধ্যক্ষৰ অস্থিৰতা সংক্ৰামিত হ'ল। সি আঁতৰি আহিল। জন্মেজয় তালুকদাৰে এটি সূত্ৰধাৰীৰ মাত শুনিলে:

নৃপতিসৱৰ পৰম বিপ্ৰিয় বাণী শুনিয়ে জগতনাথ পৰমেশ্বৰ শ্ৰীকৃষ্ণ বুলিতে লাগিল। শ্ৰীকৃষ্ণ বোল···

জামাদাৰ জয়দ্ৰথ শৰ্মা কম ভকত নহয়। তেইছ বছৰ কাল কাৰাগাৰৰ অত্যন্দ্ৰ প্ৰহৰী হৈ আছে। সি সকলো কয়দীৰ নাড়ী-নক্ষত্ৰ জানে, সি পোনতে গৈ পৱন ভাগৱতীৰ ওচৰ পালেগৈ আৰু খুব সৰু সৰুকৈ ক'লে, "মোৰ লগে লগে লগে আহি থাক।"

সিহঁত আহি তিনি নম্বৰ ৱাৰ্ডৰ বাৰান্দাত থিয় হ'ল। জয়দ্ৰথে—ক'লে, "বেগটো দে।" পৱনে সুধিলে, "কিহৰ বেগ?" জয়দ্ৰথে আকৌ ক'লে, "মই নকওঁ দে। চাহাবেও ক'লে যে মূঠতে বস্তুটো উদ্ধাৰ হ'লেই হ'ল। মই জানো, আন কোনো ইমান পাৰ্গত হ'ব নোৱাৰে।"

"মই নাই নিয়া, জামাদাৰ দাদা। আনৰ কাম হ'ব।" পৱনে



এনেকৈ অতি স্বাভাৱিকভাৱে ক'লে। জামাদাৰো হতাশ হোৱা ভকত নহয়। সি পৱনক পতিয়ন নিয়াবলৈকে কৈ গ'ল, "তই নিছ বুলিও নকওঁ। চাহবে যে টকাখিনি পাব, এয়ে তেওঁৰ মানত ঢেৰ। পৱন, এটা কথা ভাবি চা। তেৰেঁ। তহঁতৰ একো অপকাৰ কৰা নাই! বঢ়িয়া মানুহ। চাচোন, এই ভাওনাখনতে কিমান লাগি-ভাগি দিছে। মানুহটো আনৰ দৰে নহয় কাৰণে পা-পইচাও কম। সিফালে আকৌ এপৰত পাহত জীয়েকৰ বিয়া। আন জেইল হোৱা হ'লে পানী কঢ়িয়াওঁতে আৰু জেল-চাহাবহঁতৰ ঘৰৰ জাৰ্চী গাইৰ কাৰণে বস্তাই বস্তাই ঘাঁহ কাটোতে তহঁতৰ দৰে ডেকা ল'ৰাবোৰৰ পিঠি বেঁকা হ'লহেঁতেন। তদুপৰি তোলৈ মোৰ সুকীয়া এটা মৰমো আছে। পিছে আজি যদি তই এইকণ উপকাৰ নকৰ, মই হ'লে বৰ আঘাত পাম।"

পৱন ভাগৱতীৰ চকু হাল সেমেকিল। এবাৰ অকালতে বুঢ়া হোৱা জয়দ্ৰথ শৰ্মালৈ এবাৰ চাই ঠিতাতে চকু হাল মাটিলৈ নমালে। মানুহটোৰ পেঞ্চন পাবলৈ আৰু ডেৰ বছৰহে বাকী অথচ তেওঁৰ এজাক ল'ৰা-ছোৱালীৰ কাৰো একো সুবিধা ন'হল, হাড়মাল হৈয়ে থাকিল।

সেয়েহে পৱনে নিজৰ গেঞ্জিয়েদি হাত ভৰাই ক'লা, টকাৰে ফিন্দ খোৱা বেগটো জয়দ্ৰথৰ হাতত দি তৎক্ষাণাৎ আঁতৰি গ'ল। বেগত কিমান টকা আছিল, এই কথা সি নেজানিলেও।

কাৰাধ্যক্ষ জন্মেজয় তালুকদাৰে টকাখিনি লেখি চালে। গোটেই-খিনি টকা আছে—পাঁচ শ ত্ৰিছ টকা। তেওঁৰ মনটো উৎফুল্ল হৈ পৰিল। হয়তো ইয়াৰ কাৰণ দুটা। মানুহৰ মাজৰপৰা এতিয়াও বিবেচনা বোলা বস্তুটো হেৰাই যোৱা নাই বুলি ভাবিও তেওঁ উৎফুল্ল হ'ব পাৰে। টকাখিনি ঘূৰাই পোৱাও আন এটা কাৰণ।

তেওঁ বিছটা টকা জামাদাৰক দি ক'লে, "এই কৃতবিদ্যা ধনুৰ্দ্ধৰৰ নামটো মই নজনাই ভাল। হয়তো তোমাৰ নামটো কোৱাৰে৷

ইচ্ছা নাই। তথাপি তাৰ পাৰ্গতালিত মই সন্তুষ্ট। তাক এই টকা কেইটা দিবা। এৰা, ই কম কথা নহয়। বিদ্যাটো ভালেই হউক বা বেয়াই হওক, এটা বিদ্যাত পাকৈত হ'বলৈ কম সাধনা আৰু গুণৰ দৰ্কাৰ নহয়।"

জামাদাৰে মাথোন হাঁহিলে। সি কাৰ্যালয়ৰপৰা ওলাই ভাওনাৰ ফালে আগ বাঢ়িল।

নৃপতিসব ছত্ৰভঙ্গ দিলে। এতিয়া ৰুক্মিণী স্বামীৰ গৰবে গৰবিনী। স্বামীৰ লগত খোজ দিছে যৌতি তালত—ৰুক্মিণী ৰমণী, গুঞ্জৰ গামিনী, লীলাগতি চলি যান্ত। শশাংক গোস্বামী

সিফালে তিনি নম্বৰ ৱাৰ্ডৰ বাৰান্দাত আকৌ জয়দ্ৰথ শৰ্মা আৰু পবন ভাগৱতীৰ গোপন মেল। পবনে সুধিলে, "মোলৈ বকৃচিচ?" জয়দ্ৰথে ক'লে, "এৰা, চাহাব বৰ তুষ্ট। ক'লে, যি বিদ্যাই হওক, তাৰ আদৰ থাকিবই। আমিতো পুলিচ নহয়। কয়দী ৰথীয়াহে!" পবনে আকৌ সুধিলে, "আৰু কি ক'লে?" এইবাৰ জমাদাৰ জয়দ্ৰথ শৰ্মাই কল্পনাৰ ৰহণ সানি ক'লে, "চাহাবে এটা বৰ আচৰিত কথা ক'লে। বোলে পুঠি-খলিহনাবোৰহে হেনো জেলত আছে। বৌ-বৰালিবোৰ বাহিৰত। এতিয়া হেনো দুনিয়াখনেই চোৰ, জাল-জুয়াচোৰ। মন্ত্ৰীৰপৰা দাৰোগালৈকে। সদাগৰৰপৰা মাছ-বেপৰী-লৈকে। ডিজেল তেলৰ নাটনিৰ সময়ত হেনো তাৰ ক'লাবেপাৰ কৰি ডাঙৰ হাকিমৰপৰা মাটি হাকিমলৈকে বৰ বৰ মানুহবোৰ আৰু টনকিয়াল হ'ল। গতিকে তোৰ কথাটোনো আমাৰ চাহাবে আজি কালিৰ দিনৰ ডাঙৰ অপৰাধ বুলি ভাবিব নে?"

পবন ভাগৱতীৰ এই সমাজখনৰ প্ৰতি আগৰেপৰা বিদ্বেষ। সি একো মতামত নিদি দহটকীয়া নোট দুখন হাতত লৈ মাথোন সুধিলে, "বেগত মুঠতে কিমান টকা আছিল?"

জামাদাৰে ক'লে, "পাঁচ শ ডেৰ কুৰি।" ইয়াকে শুনি পবন বৰ বিচলিত হৈ পৰিল। সি ক'লে, "এই একুৰি টকাৰে কাব নাকত



ফাঁটিত দিম? আপোনাৰ কথাত ভোল নোযোৱা হ'লে মই এই টকাৰে মাক বচাব পাৰিলোহেঁতেন। পুৱা ভাইটো আহিছিল। সি ক'লে, মাৰ হেনো যোৱা-থোৱা অৱস্থা; অপাৰেচন নকৰিলে হেনো নেবাচে। জামাদাৰ দাদা, এই কুৰিটা টকা লৈ যাওক। মই এতিয়া জেলখানাত এই একুৰি টকাৰে কৰিম কি?"

ইয়াকে কৈ পবনে সৰু ল'ৰা এটাৰ দৰে দুধাৰি চকুলো বোৱালে। সেই চকুলো যেন বিহ-সনা কাঁড় হৈ জামাদাৰ জয়দ্ৰথ শৰ্মাৰ বুকুত সোমাল। সি থিতাতে পবনৰ ওচৰৰপৰা নাইকিয়া হ'ল। পবন এতিয়া তিনি নম্বৰ ৱাৰ্ডৰ দুগুণ ফুট দীঘল বাৰান্দাটোত অকলশৰীয়া। এতিয়া তাৰ মনলৈ অসংখ্য চিন্তা আহিছে। সি বাৰু তুচ্ছ হৈ গ'ল নেকি? মানুহ হিচাপে জীয়াই থকাৰ গৰ্বখিনি জানো কাৰাবাসে খৰ্ব কৰিব পাৰে?

পবনে কাৰাগাৰৰ কাৰ্যালয়টোৰ ফালে চালে। তাত এতিয়া বিজুলী বাতি জ্বলি আছে।

কাৰাধ্যক্ষ জন্মেজয় তালুকদাৰে তাতে বহি বহি নিশ্চয় এতিয়া ভাওনাৰ বচন শুনিছে।

সূত্ৰঃ ৰুক্মিণীক ভুবন-মোহন ৰূপ দেখিয়ে হোমৰ হোতা-ব্ৰহ্মা বিহ্বল ভৈল। তাহাঙ্ক দেখি নাৰদ বলিতে লাগল।

নাৰদ বোলঃ হে পিতা, উহি তোহাৰ উচিত ব্যৱহাৰ নোহে।

নাৰদ হ'ল কাৰাগাৰত এতিয়ালৈ দহ বছৰ কটোৱা আমাৰ মুণীন মহৰী। কাৰাধ্যক্ষ জন্মেজয় তালুকদাৰে তাৰ সাতটোতে বুজি পাইছে। তেওঁ খুব মনোযোগেৰে ভাওনা শুনি আছে। ভাওনাৰ মাজলৈহে যাবলৈ ইচ্ছা কৰা নাই।

তেওঁ অকস্মাতে ওচৰত কিবা এটা থকাৰ উমান পালে। দেখিলে যে তেওঁৰ ওচৰত প্ৰায় ছফুট ওখ এটা সুঠাম দেহৰ ডেকা থিয় দি আছে। তাৰ শুৱনি মোহ লগা চকুযুৰিত এতিয়া বিষবাষ্প। সি অস্থিৰ। তাক কিবা এটা সুধিবলৈ নৌ পাওঁতেই সি ক'লে,

"মাফ কৰিব, ছাৰ। মই বক্‌চিচ ল'ব নোৱাৰো। মই সৰু হৈ যাব নোৱাৰো আমাৰো মানসম্মানৰ জ্ঞান আছে। এই কথা পাহৰি নেযাব। আৰু, ছাৰ, আপোনাৰো ভুল হৈছে। জেলৰ ফালৰ পৰা জামাদাৰ শৰ্মা দাদাইহে এটা পুৰস্কাৰ পাব লাগিছিল। কাৰণ, তেওঁ মোক ধৰিব পাৰিলে। আৰু, ছাৰ, মই পাব লাগিছিল— শাস্তি। পৃথিৱীখন কেতিয়াৰপৰা ইমান ওলোটা হ'ল। ক'তো সুবিচাৰ নাই?"

জন্মেজয় তালুকদাৰে মাথোন তালৈ হতভম্ব হৈ চালে।

পবনে নোট দুখন টেবুলৰ ওপৰত থলে। তেতিয়া তালুকদাৰে ক'লে, "টকাখিনি ঘূৰাই নিদিবও পাৰিলাহেঁতেন। সেয়েহে বিছ টকা দি দিলোঁ।"

এই কথাটোত পবন সন্তুষ্ট নহ'ল। সি খুব আত্মবিশ্বাস সনা মাতেৰে ক'লে, "পুতৌ কৰিছে? তাৰ সলনি ৱাৰ্ডাৰ দুটামান লগাই মোক বেত নিদিয়ালে কিয়? হয়তো জেলত আৰু এমাহ-দুমাহ থাকিব লাগিব। এই কেইটা দিনতে পুতৌ কৰি মোক কিয় সৰু কৰিবলৈ চাইছে? আমাৰো বাচি থকাৰ যোগ্যতা আছে। চোৰ-জুৱাচোৰবোৰেই যদি দেশৰ বৰ মানুহ, তেনেহলে এই দুনিয়াত মোক সাধাৰণ বুলি ভাবিবৰ আপোনাৰ কি এক্টিয়াৰ আছে?"

ইয়াকে কৈ সি কাৰাধ্যক্ষৰ ওচৰত এক পলকো নৰ'ল। সি ভাওনা চোৱা মানুহৰ মাজত সোমাই পৰিল। তেতিয়া ভাওনাত কল্যাণ খৰমান চলিছে: ধে-ধেন টৌ, তাৎ টৌ, ধে-ধেন টৌ তাৎ টৌ......

'কৰত বিহাৰ, কৰত বিহাৰ
কৰত বিহৰি মুৰাৰু......



# ॥ যাতনা ॥

কাৰাগাৰত একো একোটা শিল্প-উদ্যোগ আছে। অসমৰ সকলো কাৰাগাৰতে বাঁহ-বেতৰ কুটীৰ শিল্প আছে আৰু তাৰপৰা কাৰাগাৰ কৰ্তৃপক্ষৰ লাভো হৈছে। অসমৰ কোনোবা এটা কাৰাগাৰত চাবোনৰ কাৰখানাও আছে। ডিব্ৰুগড় কাৰাগাৰৰ ফেনাইলৰ কাৰখানাটোৱে অসমৰ সকলো কাৰাগাৰৰে ইয়াৰ অভাব পূৰণ কৰিছে।

কাৰাবাসীক কাৰিকৰী জ্ঞানেৰে পাছত ৰোজকাৰৰ বাবে যোগ্য কৰি তোলাই ইয়াৰ উদ্দেশ্য বুলি কাৰাগাৰ কৰ্তৃপক্ষই কয়। বাতৰি কাকতৰ মানুহে সুধিলে ময়ো ক'ম যে ইয়ে কাৰাগাৰ-সংস্কাৰৰ এটা ঢাপ। কিন্তু মোৰ হলে আচলতে কথাটো মনে নধৰে। যদি ৰাজ্যৰ পুলিচ বাহিনী এতিয়াৰ দৰে অত্যাচাৰী আৰু অবিবেচক হৈ থাকে, তেনেহলে কোনো কাৰাবাসী কাৰাদণ্ডৰ অন্তত সুস্থ নাগৰিক হৈ থাকিব নোৱাৰে।

ইয়াৰ প্ৰমাণ হ'ল, ডিব্ৰুগড়ৰ বাপুৰাম, জাঁজীৰ বিশ্বেশ্বৰ, ডুমডুমাৰ মফিজ আৰু পানীচকুৱাৰ হেড়ম্ব। সিহঁত খুব ভাল কাৰিকৰ আছিল। কিন্তু পুলিচেই সিহঁতক পুনৰ ডকাইত, চোৰ আৰু জেপলুকা কৰিলে।

কাৰাগাৰ-শিল্পোদ্যোগৰ বিষয়ে বহুত কথাই কৈ পেলালোঁ। আচলতে মই ক'বলৈ লৈছিলোঁ বৰহোলাৰ গণেশ মহালীৰ কথা। চাৰে চাৰিশ কয়দীৰ ভিতৰত সিয়ো এটা। এৰি অহা জীৱনত সিহঁতৰ প্ৰত্যেকৰে কলঙ্ক আছে, গণেশ মহালীৰো আছে। কিন্তু কাৰাধ্যক্ষ হিচাপে মই গণেশক পাহৰি পেলোৱাটো সহজ নহয়।

সি আমাৰ কাৰাগাৰত প্ৰায় এবছৰ আছে। তাক মনত ৰখাৰ দুটা কাৰণ আছে। পোনতে হ'ল, ডকাইতি কেচত পৰি চাৰি বছৰ জেল হ'ল যদিও সি মানুহটো বেচ ঠাণ্ডা প্ৰকৃতিৰ। দ্বিতীয়তে সি সুন্দৰ হাতৰ কাম জানে। আমাৰ কাৰাগাৰত বেতৰ চকি, মুঢ়া, চোফা আদি বনোৱা কামত অলপ দিনৰ ভিতৰতে সি ইমান পাৰ্গত হৈ পৰিল যে সি চোফা চেটৰ নতুন নক্সাৰ কথা ক'ব পৰা হ'ল। সি শিকাওঁতাজনকে পিছ পেলালে।

সি কাম এটা কৰিবলৈ পালে খাবলৈ-ববলৈ পাহৰি যায়। বেতৰ কাম কৰি থকাৰ সময়ত তাৰ গভীৰ মনঃসংযোগ দেখি ভাব হয় যেন কোনোবা শিল্পীহে সৃষ্টিৰ প্ৰেৰণাত তন্ময় হৈছে। সিফালে গধূলি আন সকলো কয়দীৰ লগত তাক তলা মাৰি যোৱাৰ পাছতো সি একে ধৰণেই ব্যস্ত। খোৱা-বোৱাৰ পাছত আনবোৰ কয়দীয়ে অলপ সময় ৱাৰ্ডৰ ভিতৰতে ৰংৰহইচ কৰি শুই পৰে। কিন্তু গণেশে চাকি এটা জ্বলাই লৈ দুই আধ্যায়মান পুথি পঢ়িহে শোৱে। ইতিমধ্যে কীৰ্ত্তনখন শেষ হৈ গ'ল। এতিয়া সি ভাগৱতৰ দশম স্কন্ধত ধৰিছে। অথচ তাৰ বিৰুদ্ধে অপৰাধ হ'ল—মাজ নিশা চাহ বাগিচাৰ একাষে থকা সন্তোষ লড়িয়াৰ গেলা মালৰ দোকানত দলে বলে ডকাইতি।

মুঠতে গণেশ মহালীৰ জীৱনত যথেষ্ট স্ববিৰোধৰ প্ৰমাণ আছে। সেই কাৰণেও তাক পাহৰা টান।

তাৰ কোমল মিঠাবৰণীয়া মুখখন দেখিলে চাহ গছৰ কুঁহিপাতলৈ মনত পৰে। মনটোও কোমল হ'ব যেন লাগে। বয়সো মাত্ৰ



তেইশ। তাৰ চেহেৰাটো চকুত লগা বিধৰ। মূৰত এপাচি ডাঠ কেকোৰা-কেকুৰি চুলি। দেহৰ গঠন লনি। উচ্চতা সাধাৰণ মজদুৰতকৈ বেছি। প্ৰায় পাঁচ ফুট ছয় ইঞ্চিমান হ'ব। মোৰ আগত শুধ অসমীয়া কয়। খং উঠিলেহে তাৰ নিজৰ ভাষাত কয়। তাৰ খং উঠা এদিনহে দেখিলোঁ। সেই দিনা তাৰ উগ্ৰ মূৰ্ত্তি দেখি জামাদাৰ নবনাথ শৰ্মা অবাক হ'ল। ভাবিলে, এইটোহে গণেশ মহালীৰ আচল ৰূপ। হয়তো এনে এটা ৰুদ্ৰ ৰূপ লৈয়ে সি সন্তোষ লড়িয়াৰ গেলা মালৰ দোকানত ডকাইতি কৰিছিল।

এতিয়া সেই আখ্যানকে ক'বলৈ গৈ এইখিনি পাতনি মেলিব লগীয়া হ'ল।

এই আখ্যানৰ মূলতে হ'ল, বৰহোলা চাহ বাগিচাৰ নতুন আমদানি দিলীপ কুৰ্মী। সি অহাৰ আগলৈকে গণেশ মহালীয়ে কাৰাগাৰৰ জীৱনক বেচ আপোন কৰি লৈছিল। তাক এনেকৈ অনবৰত কাম কৰি থকা দেখি মই কৈছিলোঁ, "বুইছা, গণেশ, তুমি কামখিনি শিকাই দিলেই হ'ল। তোমাকতো ইমান খাটিবলৈ কোৱা নাই!" সি কৈছিল, নেখাটি এই চাৰি দেৱালৰ মাজত কেনেকৈ থাকিম, ছাৰ? কাম কৰিহে চিন্তা-ভাৱনা নাইকিয়া কৰিব পাৰিছোঁ। এষাৰ কথা আছে,—চিতাত শ জ্বলে, কিন্তু চিন্তাই জীয়া মানুহক জ্বলায়।" তাৰ কামত পাহৰি যোৱাৰ মূল কাৰণটো সেই দিনা ভালকৈ বুজি পাইছিলোঁ। তেতিয়া মোৰ মনত পৰিছিল ডেল কাৰ্ণেগীলৈ। তেওঁ চিন্তা-ভাৱনা দূৰ কৰাৰ পথ্য হিচাপে দাঙি ধৰিছে এটা সৰু বাক্য: লুজ্ ইয়ৰচেল্ফ ইন্ একচন, কামত নিজক সঁপি দিয়া। গীতায়ো কামত নিজক উছৰ্গা কৰি ভগবানৰ ওচৰ চপাৰ কথা কৈছে। কাৰ্ণেগীয়ে ইয়াৰ এটা সুন্দৰ উদাহৰণ দিছে: এজন মানুহে পোনতে পাঁচ বছৰীয়া জীয়েকজনী হেৰুৱালে। তেওঁ কোনো মতে সহ্য কৰি থাকিল। দহ মাহৰ পাছত আৰু এজনী ছোৱালীৰ জন্ম হ'ল। কিন্তু তাই

পাঁচ দিনৰ পাচত মৰিল। মানুহজন ব্যাকুল হৈ পৰিল। খোৱা-শোৱা এৰিলে। তেওঁ একো কাম কৰিবলৈ ইচ্ছা নকৰা হ'ল। কিন্তু একমাত্ৰ বাচি থকা চাৰিবছৰীয়া ল'ৰাটোৰ কল্যাণতে তেওঁ সুখৰ সন্ধান পালে। ল'ৰাটোৱে বাপেকক কাগজৰ নাও এখন সাজিবলৈ ক'লে। একমাত্ৰ পুতেকৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ পহিলা কামত হাত দিলে। তেওঁ নিবিষ্ট মনে তিনি ঘণ্টাৰ ভিতৰত নাওখন সাজি তেওঁ যথেষ্ট পুলকিত হৈ ভাবিলে যে নাওখন সাজি থকা তিনি ঘণ্টা সময়েই ইমান দিনৰ মূৰত প্ৰকৃত মানসিক শান্তিৰ সময় আছিল। তেওঁৰ উপলব্ধি হ'ল যে ব্যস্ত থাকিলেহে চিন্তাক আৰু যান্ত্ৰণাক জয় কৰিব পাৰি।

গণেশ মহালীৰো বোধকৰোঁ তেনে এটা উপলব্ধি হৈছিল। কিন্তু দিলীপ কুৰ্মী আহিয়েই তাৰ মনটো ওলট-পালট লগাই দিলে। তাকো সি জেলত সোমোৱাৰ চাৰি দিনৰ পাছতে।

গণেশ থাকে 'চেল'ৰ ওচৰৰ ৱাৰ্ডটোত। দিলীপ কুৰ্মীক ৰখা হৈছিল উত্তৰ ফালে হস্পিতেলৰ কাষৰ ৱাৰ্ডটোত। সেই বাবে অ. ক্ল দিনৰ ভাগত কাৰাগাৰ শিল্পৰ বাবে থকা আছুতীয়া ঘৰ কেইটাত গণেশ ব্যস্ত থাকে কাৰণেই প্ৰথম চাৰি দিন সিহঁত দুটাৰ দেখা-সাক্ষাৎ হোৱা নাছিল। কিন্তু পাঁচ দিনৰ মূৰত দুপৰীয়া ভাত খাবৰ সময়ত গণেশে পোন প্ৰথম দিলীপ কুৰ্মীক দেখি যি মূৰ্ত্তি ধৰিলে আৰু হাতত খৰি এচটা লৈ যি দৰে চোচা মাৰি গ'ল তাকে দেখি জামাদাৰ নৱনাথ শৰ্মা আৰু ৱাৰ্ডাৰ পুৰন্দৰ সিং ভয় আৰু আশংকাত শিঁয়ৰি উঠিল। সিফালে দিলীপ কুৰ্মীও কম নহয়। সিও হাত কোচাই ফেপেৰি পাতি আগবাঢ়ি আহিল। নৰনাথ আৰু পুৰন্দৰৰ নিৰ্দেশ পাই কয়দী কেইটামানে সিহঁত দুয়োটাকে গৰা মাৰি ধৰাতহে এটা অঘটন নোহোৱাকৈ থাকিল। কিন্তু সিহঁতৰ দুয়োটাই ক্ষান্ত নহ'ল। দুয়োৰে মুখত অবাইচ মাত আৰু নানান গালি-শপনি।

সন্ধিয়া মই কাৰ্যালয়ৰ সকলো হিচাপ-পত্ৰ লোৱাৰ অন্তত আৰু



হাজিৰাৰ সবিশেষ জনাৰ পাছত কাৰাগাৰ পুলিচ বাহিনীৰ সেনাধ্যক্ষ স্বৰূপ জামাদৰ নৱনাথ শৰ্মাই আধা পকা ডাড়িবোৰ খজুৱাই খজুৱাই ইয়াৰ হুবহু বিৱৰণ দিলেহি। নৰনাথে কলে, কাজিয়াৰ আচল কথা ক'ৰবাতহে যেন পাইছোঁ। গণেশক সোধাত সি ইটোৰ নাম কাঢ়ি ক'লে বোলে সিয়েই হেনো ডকাইতি কৰিছে বুলি দেখা সাক্ষী দিছিল। সেইবাবেই হেনো তাৰ জেল হ'ল। ইহঁতে জেলত যিমনেই লাগে মাৰ ভাত খাওক, ছাৰ, মেজাজ হ'লে ঠাণ্ডা নহয়। যি অসুৰ অসুৰেই। আৰু কি আচৰিত! মজদুৰৰ ভাষাত যে ইমানবোৰ অবাইচ মাত থাকিব পাৰে মই ভবিবই পৰা নাছিলোঁ। ছাৰ, এটা কথা নথিত চাওকচোন—দিলীপ কুৰ্মী বোলাটোনো কেনেকৈ জেল পালেহি ?"

মই কথাটো জানো। বৰহোলা চাহ বাগিচাত নকৈ ঘৰ সজা কাম চলি আছে। দিলীপে তাত দিন হাজিৰা খাটিছিল। বিলাতী মাটি চুৰ কৰি সি ধৰা পৰিল। পুলিচৰ প্ৰতিবেদনত এনেকে লিখা আছে।

মই নৰনাথ শৰ্মাক কথাটো জনালোঁ। সি ক'লে, "সিহঁতক এনেকৈ ৰাখিলে নহব, ছাৰ। এটাই এটাক কোন তলকত দুছেও কৰিব ঠিক নাই। একেবাৰে জলধৰৰ অৱস্থা হব।"

জলধৰৰ কাহিনী এই কাৰাগাৰৰ সকলোৱে জানে। কাৰাগাৰৰ ভিতৰত নিজৰ কৰ্তৃত্বক লৈ কাজিয়া হৈছিল হত্যাৰ অপৰাধত যাবজ্জীৱন কাৰাবাস হোৱা মাখন শইকীয়া আৰু দুৰ্ধৰ্ষ ডকাইত জলধৰ গগৈৰ মাজত। মাখনে সেই সময়ৰ কাৰাধ্যক্ষ দুৰ্গা ভূঞাক অনুৰোধ কৰিছিল, সিহঁতৰ যিকোনো এটাক 'চেল'ত ভৰাই থবলৈ। কিন্তু ভূঞাই কথাটোত গুৰুত্ব নিদিয়াৰ ফলতেই মাখনৰ বন্দীজীৱন শেষ হোৱাৰ আশা চূৰ্ণ হ'ল আৰু জলধৰলৈ ইমান ঘৃণা হ'ল যে সি নিজক চম্ভালি ৰখাটো অসম্ভৱ হৈ পৰিল। তাৰ ভাব হ'ল যে জলধৰক সি যদি নেমাৰে জলধৰেই তাক এদিন মাৰিব। এই

চিন্তাই তাৰ কাল হ'ল। জলধৰে ৰ'দত থিয় দি বাতৰি কাকত পঢ়ি থকা অৱস্থাতে মাখনে পিছ ফালৰপৰা আহি কুঠাৰেৰ তাৰ মূৰত ছুমাৰ সোধাই তাক তৎমুহূৰ্তে শেষ কৰি দিলে।

গণেশ আৰু দিলীপৰ ৰুদ্ৰ মূৰ্তি দেখি জামাদাৰ নৰনাথ শৰ্মাৰ তেনে এটা অঘটন ঘটিব বুলি সন্দেহ হ'ল। মই সিহঁত দুয়োটাকে মতাই অনালোঁ।

পোনতে পুৰন্দৰ সিঙে দিলীপ কুৰ্মীকে আনিলে। তালৈ চালোঁ। সিয়ো গনেশ মহালীৰ বয়সৰে। তাৰ চেহেৰাটোত উৎকট মেজাজটো ওলাই পৰিছে। ৰ'দে চেলেকা ঘন ক'লা শৰীৰটো সুগঢ়িত। সি বগা পায়জামাৰ ওপৰত এটা ৰঙা কামিজ পিন্ধিছে। ঘূৰণীয়া চকুহাল দেখিলে তাক বৰ ধূৰ্ত যেন লাগে। তাৰ কাণ এখনো মুজুৰা পৰা। সি কেৰা নহয়। কিন্তু বাওঁ চকুটোৰ ওপৰ পিৰিকাতিয়ে চকুটো বেছিকৈ ঢাকি ৰাখে কাৰণে চকু দুটা আয়তনত সমান যেন নেদেখি।

"কি কাম কৰি খাৱ ?"

"ঠিকাদাৰৰ তাত দিন হাজিৰা।"

"বাগানত কাম নাই ?"

"বাগানত যিমান ডেকা আছে, সিমান কাম নাই।"

"পুলিচে ধৰিলে কিয় ?"

"একদম চোভা, চাৰ। চিমেণ্ট মই নাই নিছে, ছাৰ।"

এনেতে নৰনাথ শৰ্মাই গনেশ মহালীক লৈ আহিল। তাক দেখি মোৰ বৰ বেয়া লাগি গ'ল। তাৰ কোমল মুখখনত আগৰ কমণীয়তা নাই। তাৰ আয়ত চকুহাল আগৰ দৰে মোহনীয় হৈ থকা নাই। এই চকুত বহ্নি।

গনেশে মোৰ চকুলৈ চাব পৰা নাই। মই ক'লোঁ, "গণেশ, তুমিও তেনে হলে আনৰ দৰে হৈ পৰিলা ?" সি অকস্মাতে খঙত নাকৰ পানী উজাই ক'লে, "ই একদম বেইমান, ছাৰ। মোৰ



এই দশা এই কুত্তাৰ বাবেই, ছাৰ। পইচা খাই কুত্তাই সাক্ষী দিছিস।"

ইয়াকে লৈ গণেশ আগুৱাই গৈ দিলীপৰ গাত পৰাকৈ থুই পেলাই দিলে। মই ধমক দিবলৈ বাধ্য হ'লোঁ। সিফালে দিলীপো সুদা ভকত নহয়। সি গৰ্জি উঠিল, "অ,' ডকাইত না হয়, দেৱতা ? হাৰামজাদা, তোৰ কিচেৰ ইজ্জত ৰে ? চালা, এই জেলে পচিছ, তোৰ মাইকী ৰাণ্ডি হৈ আৰামচে খাইছে। বাঃ বাঃ, তোৰ কি বাহাৰ।"

ইয়াকে শুনি গণেশ মহালীয়ে মোৰ সাক্ষাততে উগ্ৰ মূৰ্তি ধৰি তাৰ ফালে চোচা মাৰি গ'ল। কলে, "চালা, তোৰে খতম।" বাৰুকৈ নৰনাথ আৰু পুনন্দৰে তাক সাবট মাৰি ৰাখিলে। মই উচ্চস্বৰে কলোঁ' "এইখন চাহ বাগান পাইছ ? চুপ থাক। শুনা জামাদাৰ, দিলীপক চেলত ৰাখি থোৱা। এতিয়াই ইহঁত দুটাক ইয়াৰপৰা লৈ যোৱা।"

খন্তেকতে মোৰ কাৰ্যালয় শূন্য হ'ল। ৰাতি আঠটাই বাজিল। মোৰ বাস ভবনলৈ যাবলৈকে গাটো এভাৰ এভাৰ লাগিল। দিলীপ কুৰ্মীৰ কথাৰ জৰিয়তে মই গণেশ মহালীৰ দুৰ্ভাগ্যৰ ইঙ্গিত পালোঁ। তেনেহ'লে গণেশ মহালীয়ে বিয়া পাতিছিল। তাৰ এখন সুখৰ সংসাৰ আছিল। হয়তো অসৎ সঙ্গে, অভাৱে আৰু প্ৰলোভনে তাক ডকাইতৰ দলত সোমাবলৈ বাধ্য কৰাইছিল। হয়তো দলৰ আন কেইটা মানুহ অভিজ্ঞ আছিল কাৰণে পলাইছিল।

সি পোনতে কাৰাগাৰলৈ অহাৰ সময়ত তাৰ কোন কোন সম্পৰ্কীয় মানুহে তাক দেখা কৰিবলৈ আহিছিল, মই নেজানো। অৱশ্যে ৱাৰ্ডাৰবোৰে জানিব পাৰে। কিন্তু হাজোতী অৱস্থা শেষ হৈ কাৰাদণ্ডৰ কাল আৰম্ভ হোৱাৰ দিন ধৰি তাৰ খবৰ লবলৈ কোনো অহা নাই বুলি কাৰাগাৰৰ লৌহকপাট বন্ধ কৰা আৰু খোলাৰ দায়িত্বত থকা ৱাৰ্ডাৰ বকুল আৰু নগেনে কলে। মই নগেনক

সুধিলোঁ, "তাৰ ঘৈণীয়েক অহা নাই নেকি ?" সি ক'লে, "পোনতে জেলত পৰাৰ সময়ত খুব ধুনপেছ মৰা ছোৱালী এজনী আহিছিল হেনো। তায়ে হেনো তাৰ ঘৈণীয়েক। সময়ত আমি গেটত নাছিলোঁ। সঠিক ক'ব নোৱাৰিম।"

তাৰ ঘৰত হেনো বুঢ়া বাপেকটো আছে। তাৰ আকৌ বাগিচাত চাকৰী নাই। বয়স হোৱাত অবসৰ পালে। তাৰ ঘৈণীয়েক হয়তো বুঢ়াৰ লগত নেথাকে। নগেনে এইটো খবৰো দিলে।

মই পাছ দিনা দিলীপ কুৰ্মীক মতাই আনিলোঁ। তাৰপৰা জানিলোঁ যে গণেশৰ ঘৈণীয়েক শহুৰেকৰ ঘৰতহে থাকে। গণেশৰ বুঢ়া বাপেক গজেনে ওচৰৰ গাঁৱত মুনিহ খাটি ভাত মোকোলায়। কিন্তু এতিয়া হেনো মানুহটোক বেমাৰে বিকল কৰিছে।

মই দিলীপক কলোঁ, "তই অতি বেয়া কাম কৰিছ। গণেশ আৰু তিনি বছৰ জেলত থাকিব লাগিব। সেই কথাটো তই জান যদিও গোপনে ৰাখিব লাগিছিল। তাক ইমান দুখ দিব নেলাগছিল।"

সি ক'লে "তাৰ ইমান বাহাদুৰি কিয় ?"

মই ক'লোঁ "কোনো আচমীয়ে দেখা সাক্ষীক সহ্য নকৰে।"

মই দিলীপৰপৰা বিশেষ কথা উলিয়াব নোৱাৰিলো। মাথোন ইয়াকে জানিলোঁ যে গণেশ নথকাৰ সুযোগ লৈ তাৰ ঘৈণীয়েকে দিন নিয়াইছে। হাৰিয়াই তাইক ডুবাই ৰাখিছে। তাৰ ৰাগীত আৰু ঢাক ঢোলৰ বোলত তাই মন প্ৰাণ ঢালি ঝুমুৰ নাচ নাচিছে আৰু তাইৰ চৰণৰ নুপুৰ অধিক লয়লাসেৰে আৰু দেহৰ অপৰূপ ছন্দেৰে ধ্বনিত হৈছে। তাই হেনো ৰূপহীও। তাইৰ হেনো এনে এটা দেহ যে এই দেহে বহুতৰ মনক জীপ দিয়ে আৰু বহুতক বেথা দিয়ে। তাইৰ নাম ৰেণু। কোনোবা কাৰ্তিক তাঁতীৰ জীয়েক।

"ৰেণুক লৈ আকৌ তঁহতৰ কিবা কন্দল আছিল নেকি ?"



"চেই ৰকম কিছু আখেজ নাই।"

"সি সঁচাকৈয়ে ডকাইতি কৰিছিল ?"

"সি মস্ত মাতব্বৰ, ছাৰ।"

"তই দেখিছিলি ?"

"হাকিম বাবুৰতো একটা বিচাৰ আছে, ছাৰ।"

দিলীপৰপৰা আৰু বিশেষ কথা উলিয়াব নোৱাৰিলোঁ। সিয়ো এটা মজদুৰ কিন্তু কোনো পধ্যে তাক সৰল বুলি কৰ নোৱাৰি। এনেকুৱা ডেকাবোৰেই কিজানি চাহ বাগিচাৰ মজদুৰ বস্তিৰ একো একোটা কলঙ্ক। ইহঁতৰ কাৰণেই চাগৈ বাগিচাত চুলাই মদৰ অবৈধ ব্যৱসায় চলে মজদুৰ গাভৰু মহাজনৰ কবলত পৰে, চাহপাতৰ চোৰাং ব্যৱসায় চলে। তাৰ অসমান চকুহাল দেখিলে তাক অতি ধূৰ্ত যেন লাগে। সেই কাৰণে মই দিলীপ কুৰ্মীৰ কথা বিশ্বাস নকৰিলোঁ।

ইফালে গণেশ মহালীহে সেই দিনাৰপৰা এটা ডাঙৰ সমস্যা হৈ পৰিল। সি অসহনীয় মানসিক যান্ত্ৰণাত কাল কটাবলৈ ধৰিলে। সি খোৱা-বোৱা নকৰা হ'ল। আগৰ দৰে কাম নকৰা হ'ল। বাহবেতৰ কাম কৰা ঠাইলৈ গৈ উদাসীনভাৱে বহি থকাহে হ'ল। আগৰ দৰে ৰাতি পুথি-পাঁজি নপঢ়ে। ৱাৰ্ডাৰ বল্লভ গোহায়ে ক'লে যে গণেশৰ হেনো ৰাতিও ভালকৈ টোপনি নেযায়। অলপ শুলেও শুই থাকোতে কথা কয়। এয়া হেনো বলিয়া হোৱাৰ লক্ষণ। সি হেনো দিনত নিজক নিজে কথা কয়।

এইবোৰ শুনি মোৰ বৰ দুখ লাগিল। সি হয়তো চাৰি বছৰৰ কাৰণে জেলত থাকি সিমান হতাশ হোৱা নাছিল। কাৰণ চাৰি বছৰৰ পাছতো তাৰ যৌৱন থাকিব, জীয়াই থাকিবলৈ বহুত বছৰ পাব। কিন্তু দিলীপৰ কথাটো কিজানি সি মিছা বুলি নেভাবিলে। ৰেণুৱেই কিজানি তাৰ জীৱনৰ আশা ভাৰসাৰ থল আছিল। তাইৰ পৰাই হয়তো সি জেলত কাল কটোৱাৰ প্ৰেৰণা পাইছিল। সি হয়তো আন বহু আশাশুধীয়া স্বামীৰ দৰে ৰেণুৰ ৰূপতেই জীয়াই

থকাৰ মোহ বিচাৰি পাইছিল। পিছে সিদিনা অকস্মাতে সকলো আশা-আকাঙ্ক্ষা হয়তো শেষ হৈ গ'ল। সি কাৰাগাৰত আৰু তিনি বছৰ থাকিব লাগিব। বহুত দিন। তদুপৰি কাৰাগাৰত এনেয়ে মানুহবোৰ বেছি স্পৰ্শকাতৰ হৈ পৰে। কাৰণ, সিহঁতে চৌপাশে অসহায় অসহায় দেখে। দিগন্তক লুকুৱাই ৰখা দেৱাল কেইখনে মনবোৰ সংকুচিত কৰি পেলায়। কাহানিও উদাৰতাই মনত খোপনি পিটিব নোৱাৰে। এটা দিনৰ লগত আন এটা দিনৰ তদ্ৰূপ মিলে জীৱনক বিষময় কৰি তোলে। কোনো এটা দিনৰে সোণালী পুৱাই জীৱনৰ প্ৰতিশ্ৰুতি বহন নকৰে। এয়ে কাৰাগাৰৰ জীৱন। ইয়াতেই অকৌ পত্নীৰ স্বৈৰিণী হোৱাৰ সম্বাদ! ইয়াক গণেশ নেলাগে কোনো স্বামীয়েই সহ্য কৰিব নোৱাৰে। সেয়েহে মোৰ দিলীপ কুৰ্মীলৈ যিমান খং উঠিল, গণেশ মহালীলৈ সিমান অনুকম্পা হ'ল।

কাৰাগাৰৰ ডাক্তৰে গণেশৰ ওজন লৈ সাত কেজি কম পালে। মই বৰ বিপদত পৰি গ'লোঁ। সি যদি এনেকৈ খোৱা-বোৱা বাদ দিয়ে আৰু শুব নোৱাৰে তাৰ কিবা অথন্তৰ হলে কাৰাগাৰ কৰ্তৃপক্ষইহে দোষভাগী হ'ব। সেই কাৰণে মই গণেশক কাৰ্যালয়লৈ মতাই অনাই ক'লোঁ, "তোমাক মই এনেকুৱা মানুহ বুলি ভবা নাছিলোঁ। পুৰুষ হৈ দুৰ্বল হব নেপায়। তুমি দিলীপ কুৰ্মীক যদি বেয়াই পোৱা আৰু তাৰ চব কথাৰে মতলব আছে বুলি ভাবা, তেনেহলে তাৰ এবাৰ কথাতনো পতিয়ন গ'লা কিয়? আৰু তোমাৰনো কি দিন উকলি গৈছে? বাগিচাত কি ছোৱালীৰ আকাল হৈছে? পুৰুষৰ গাত শক্তি থাকিলে সি জীৱনটোত চব পায়। গতিকে এইবোৰ এৰা। ইয়াত ভাবি চিন্তি থাকি লাভ নাই। কাৰণ, আৰু তিনি বছৰ থাকিবই লাগিব। আৰু তিনি বছৰনো কিমান দিন?

ইয়াকে কৈ মই তাৰ মুখলৈ চালোঁ। তাৰ কোটৰগত চকুহাল নিস্তেজ। পাঁচ ছদিন নুখুৰুওৱা ডাড়িৰে তাৰ মুখ মলিন। সি



মাথোন অসহায়ভাৱে মোৰ ফালে চাই আছে। ভালেমান মিনিট সি নীৰৱে আছে। ময়ো একো কোৱা নাই।

"তেনেহলে তুমি কি কৰিম বুলি ভাবিছা? এটা কথা, গণেশ, জীয়াই থকাতহে বাহাদুৰি আছে। ভিখাৰী এটায়ো জীয়াই থাকিবলৈ বিচাৰে।" মই আকৌ ক'বলৈ বাধ্য হলোঁ। সি এইবাৰ—ক'লে, "এই বয়সটো, এই জোৱান কালটো বৰ অবিশ্বাসী ছাৰ। সেই বাবেই বৰ দুখ পাইছোঁ। সি ঠিকেই কৈছে, ছাৰ। কাৰণ যোৱা ছমাহ ধৰি তাই এদিনো মোক দেখা কৰিবলৈ অহা নাই। মই তেতিয়া তাইক একেবাৰে চিনিব নোৱাৰিলোঁ। সেই বাবেও মোৰ দুখ।"

"সেইবোৰ এতিয়া বাদ দিয়া। বুইছা, গণেশ, জীৱনত আঘাত সাহবলৈ শিকিব লাগে। কিন্তু মই ভাবোঁ, তোমাৰ ৰেণু ঠিকেই আছে। বোধকৰোঁ তাই খুব পইচাৰ অভাৱত পৰিছে। সেই কাৰণেই হয়তো আহিব পৰা নাই। এনেকুৱা দৃষ্টান্ত আমি পাইছোঁ।" মই অধিক সান্ত্বনা দিবৰ বাবে এই দৰে ক'লোঁ। মই লক্ষ্য কৰিলোঁ যে তাৰ চকু হাললৈ কিছু জোতি ঘূৰি আহিছে।

গণেশে সম্ভৱ মোক ভাল পায় নতুবা মোৰ কথা কেইটা তাৰ মনঃপুত হৈছিল। কাৰণ পাছ দিনা জানিব পাৰিলোঁ যে সি খোৱা-বোৱা কৰি স্বাভাৱিক হ'বলৈ চেষ্টা কৰিছে।

দুদিনমান পাছত দিলীপ কুৰ্মীয়ে জামিনত খালাচ পালে। সি যাবৰ সময়ত মোৰ আৰু এটা বুদ্ধি খেলালে। মই তাক ক'লোঁ, "তই গণেশৰ ঘৈণীয়েকক কবিগৈ, তাই যেন তাক দেখা কৰে। মই কৈছোঁ বুলি ক'বি। তাই যদি নাহে, মই চিপাহী পঠাই তাইক অনাব পাৰোঁ।"

সি কথা দিলে। মই জানো যে দিলীপ কুৰ্মীয়ে মোৰ আজ্ঞা পালন কৰিব। ৰেণুৱে নাহঁ বুলি ক'লেও এই খবৰ সি মোক দিবহি। কাৰণ, সি এবাৰ দাগী হ'ল যেতিয়া মাজে মাজে কাৰাগাৰত সোমাই থাকিব লাগিব বুলি সি জানে।

ইফালে গণেশৰ মনৰ আঘাত কিছু উপশম হৈছে বুলি জানিব পাৰি ভাল লাগিল। এটা উঠি অহা ডেকাক মই এইকণ উপকাৰ কৰিবলৈ পাই নিজৰ চাকৰিৰ গতানুগতিকতাৰ উৰ্দ্ধত উঠিব পাৰিলোঁ বুলি মনত এক পুলকানুভূতি জাগিল।

দুদিনমান আমি বৰ ব্যস্ত হ'বলগীয়া হ'ল। ৰাজনৈতিক বন্দীৰে কাৰাগাৰৰ ঘৰ এটা ভৰি পৰিল। এওঁলোক আহিলে আমি বৰ সাৱধান হৈ পৰোঁ। আমাৰ কামো বহুত বাঢ়ি যায়। গতিকে গণেশ মহালীৰ কথা মনৰপৰা বাদ পৰিল।

কিন্তু ইমান কামৰ মাজতে আকৌ গণেশক লৈ অপ্ৰত্যাশিত-ভাৱে নতুন পৰিস্থিতিৰ সন্মুখীন হলোঁ। দুপৰীয়া কাৰাগাৰৰপৰা ওচৰৰ বাসভৱনত ভাত খাবলৈ আহোতে দেখিলোঁ যে এজনী ছোৱালী মোৰ পিছে পিছে আহি আছে। তাই মোৰ পিছ লৈছে, কাৰাগাৰৰ আগৰ পিচ্ দিয়া আলিটোৰপৰা। মই বাসভৱন সোমাই বাৰান্দাত ভৰি দিওঁতেই ছোৱালীজনীৰ মাত শুনিলোঁ। মই উভতি চালোঁ। তাই এটা লাজুক প্ৰণাম জনালে।

"কাক লাগে?"

"মই ৰেণু, চাৰ।"

ইয়াকে শুনি মোৰ মনত বহুত কথা জুমুৰি দি ধৰিলে। মই বাৰান্দাৰ চকি এখনত বহিলোঁ আৰু ওচৰৰে মুঢ়া এটাত তাইক বহিবলৈ ক'লোঁ। তাই পিছে নবহিল। মই লক্ষ্য কৰিলোঁ যে ক্ষীণতনু দীৰ্ঘাঙ্গিনীৰ অঙ্গে অঙ্গে মাদকতাৰ প্ৰলেপ। তাইৰ কাউৰী পাখি যেন ক'লা চুলিত, ওঁঠৰ বঙ্কিম ৰেখাত, মদিৰ চাৱনিত, গঢ়িত থুঁতৰিটোত—সকলোতে মাদকতা। তাই যেন মদিৰাৰ পয়োধিত গা ধুই এই মাত্ৰ উঠি আহিছে। আৰু তাইৰ দেহৰ প্ৰতিটো বস্ত্ৰৰ পৰা মাদকতা সৰি সৰি পৰিছে। তাইৰ শাওবৰণীয়া ৰূপে যৌৱনৰ অবিশ্ৰান্ত ৰূপটো ঘোষণা কৰিছে।

"গণেশ মহালীৰ তিৰোতা?"



তাই মূৰ দুপিয়ালে।

"তাক দেখা কৰিলা?"

তাই মূৰ জোকাৰিলে।

"কিয়?"

তাই নিৰুত্তৰ।

"তেনেহলে মোক লগ পাই কি লাভ?"

এইবাৰো নিৰুত্তৰ। কিন্তু কাষলতিৰ তলত অনা টোপোলা এটা মোৰ ফালে আগ বঢ়াই দি তাই উচুপিবলৈ লাগিল আৰু লগে লগে নিজক নিজে কোৱাৰ দৰে যিখিনি কথা ক'লে তাৰ অৰ্থ হ'ল এনেকুৱা : মই গণেশক দেখা কৰিব নোৱাৰোঁ। বাবু মই দুতলীয়া হ'ব নোৱাৰো, কপট হ'ব নোৱাৰোঁ। বহুত সহিলোঁ, নোৱাৰিলোঁ। কাল, দেহ, বয়স—চব অসঞ্জাতী।...

"এইটো টোপোলা কাৰ?" মোৰ মাতটো শুনি তাই কথা আৰু উচুপনি বন্ধ কৰিলে আৰু টোপোলাটো আৰু কেই ইঞ্চিমান মোৰ ফালে আগুৱাই দিলে। এয়ে তাইৰ উত্তৰ। এনে সময়তে মোৰ আগৰ পুৰণি বেমাৰটো উক দিলে। বেমাৰটো হ'ল, বক্তৃতা মাৰি আনক সৈমান কৰোৱা।

"আচল কথা হ'ল অন্তৰ। হয়তো এদিন মনটো দুৰ্বল হৈ গৈছিল বাবে কিবা কৰিছিলা। তুমি দেৱী গোসানী নহয়, সাধাৰণ তেজমঙহৰ তিৰোতাহে। তাতেনো কি অশুচি হ'লা? বহুত সময়ত সততাই, তুমি বেয়া হৈছোঁ বুলি স্বীকাৰ কৰিব পৰা সজ মনটোৱে, বিপদতহে পেলায়। গতিকে তুমি তাক লগ পোৱাগৈ। আৰু তিনি বছৰ সি জেলত থাকিব। তাক মৰম লাগে, আশা লাগে। সি বৰ দুখী। সি তোমাক দেখি বৰ ভাল পাব, তোমাৰ কথা শুনি মনত বল পাব। ৰাজি আছা?"

তাই নিৰুত্তৰ। উচুপনি বন্ধ হৈছে। সজল চকু যুৰিৰে মোলৈ অসহায় ভাৱে চাইছে।

“তাক এতিয়া তুমি ভাল নেপাব পাৰা বা তাক হয়তো ইতিমধ্যে এৰি পেলালা। কিন্তু এই সময়ত তোমাৰ মিছা মৰম আৰু মিছা আশাবো দৰ্কাৰ হৈ পৰিছে। নহ'লে সি কিহৰ ভাৰসাত চাৰি দেৱালৰ মাজত পৰি থাকিব? গতিকে এতিয়াই হোৱা, তাক দেখা কৰাগৈ। নোযোৱা?”

তাই এইবাৰো নিমাত। এইবাৰ চকুৰ পানীহে গাললৈ বাগৰিছে।

“তুমি যদি তাক লগ পাবই নোখোজা, আহিলা কিয়?” এই বাৰ মই টান সুৰত ক'লোঁ। লগে লগে তাইৰ মাত ওলাল। তাই মজদুৰে কোৱা অসমীয়াত যি ক'লে তাৰ পোন অৰ্থ হ'ল এনেকুৱা:

এই এবছৰৰ ভিতৰত এখন সোণৰ সংসাৰ চাৰখাৰ হৈ গ'ল। ঘৰত থাকিল তাৰ বেমাৰী বুঢ়া বাপেকটো। মানুহটোক এই অৱস্থাত এৰোঁ কেনেকৈ? তাতে থাকিলোঁ। আলপৈচান ধৰিলোঁ। কিন্তু জীৱনত বহুত লোভ থাকে; বাবু, বহুত লালসাও থাকে। মই তললৈ নামি গ'লোঁ, বাবু। মই হাৰামজাদী। এতিয়া আৰু তাৰ লায়কৰ হৈ থকা নাই। জেলৰপৰা ওলালেও সি মোক সামৰি ন'লব, বাবু। মোক মাৰি পেলাব। মই তাৰ ঠিক আগতেই পলাই যাম, বাবু। এতিয়া তাক লগ ধৰিবলৈ নক'ব, বাবু।

এইখিনি কথা একে উশাহে কৈ তাই অতৰ্কিতে মোৰ ওচৰৰ পৰা আঁতৰ হ'ল। মই দেখিলোঁ, তাই হৰি শইকীয়াৰ দোকানৰ আগৰ বাচ ষ্টেণ্ডটোলৈ দৌৰিছে। মই হতাশ হৈ ভাবিলোঁ, এয়ে জীৱন, এয়ে তাৰ জটিলতা। তাই বাৰু চাহ বাগিচালৈ গৈ আকৌ ভৰপূৰ ওঁঠ দুখনেৰে আকৌ বেকা হাঁহি মাৰি ভুবন ভুলাব নে? আকৌ লালসাত ডুব যাব নে, প্ৰলোভনে উটুৱাই নিবনে?···

লগে লগে মোৰ ভাব হ'ল যে তাই টোপোলাটো ভুলতে এৰি যোৱা নাই। মই খুলি চালোঁ। তাত পালোঁ, কেইখনমান মাল-পোৱাৰ দৰে মিঠা তেলত ভঁজা মাছ আৰু এটা হাৰিয়াৰ বটল।

মোৰ চকু সেমেকি গ'ল। মোৰ মনত এতিয়া এটা জটিল প্ৰশ্ন টোপোলাটো গণেশ মহালীক দিয়াম নে নিদিয়াম?



# ॥ মৃত্যুৰ আপেক্ষাত ॥

ককায়েক-ভায়েক দুইটাৰে যথেষ্ট সা-সম্পত্তি। তথাপি আখেজ, জেদ আৰু ধনসম্পত্তিলৈ আকলেই সিহঁতৰ কাল হ'ল।

সিহঁত হ'ল, সুৰথ আৰু ভগীৰথ। চাপৰমুখৰ ওচৰৰ বসুন্ধৰীত সিহঁতৰ ঘৰ। ল'ৰা-ছোৱালী বুজন হোৱাৰ পাছত সিহঁত বেলেগ হ'ল। দুয়োটা পৰিয়াল নিজ খুচী মতে চলা হ'ল। বাপেক প্ৰতাপী খেতিয়ক দুতিৰাম হাজৰিকাই এৰি থৈ যোৱা ডাঙৰ ঘৰটো দুভাগ হ'ল। মাজেদি লো এটা খান্দি চোতালখন দুভাগ কৰা হ'ল। ভঁৰালটো পালে ভগীৰথে আৰু গোহালিটো সুৰথৰ ভাগত পৰিল।

সুৰথ ডাঙৰ। তাৰ খেতিৰ উপাৰ্জনেৰে আৰু দহ বিঘা মাটি বঢ়ালে। তদুপৰি চৰকাৰী ঋণ লৈ মাছ পুহিবৰ বাবে প্ৰায় এবিঘা মাটিত পুখুৰী এটাও খন্দালে। ভগীৰথৰ অৱস্থা বেচ জাকত জিলিকা। বিহাৰী বনুৱা লগাই প্ৰায় তিনি বিঘা মাটিত কবি, মূলা আৰু জলকীয়াৰ খেতি কৰে। বসুন্ধৰীত এই পৰিয়াল দুটা বৰ নামজ্বলা। চহৰৰ ডাঙৰ ডাঙৰ নেতাবোৰ আহিলে এই দুটা পৰিয়ালত চাহ-জলপান নোখোৱাকৈ নেযায়।

পিছে একে মাক-বাপেকৰ সন্তান যদিও সুৰথ আৰু ভগীৰথৰ স্বভাৱৰ তাৰতম্য বহুত। সুৰথৰ ধৰ্মলৈ বৰ মতি। ঘৰত সকাম-নিকাম হৈয়ে থাকে। ৰাজহুৱা কামত যথেষ্ট দান-বৰঙনি দিয়ে। সিফালে সুৰথে মানুহৰ পৰা শলাগ, আশীৰ্বাদ আৰু শ্ৰদ্ধা পায়।

ভগীৰথৰ আকৌ জনসাধাৰণৰ লগত তেনেই সম্পর্ক নাই। তাৰ ঘৰত কাম কৰা মানুহবোৰো আন ঠাইৰ। সি ধন ঘটাৰ বাহিৰে আন একো নেভাবে। ভগীৰথৰ ধন ঘটাৰ হাবিয়াস দিনে দিনে চৰিহে গৈছে। সিয়েই কপিলীপৰীয়া গাঁও কেইখনৰ ভিতৰত পহিলা আৰু প্ৰখ্যাত চোৰাং ব্যৱসায়ী। কানিৰ পৰা ঘড়ীটেপ্ ৰেকৰ্ডাৰলৈকে তাৰ সকলো ধৰণৰ চোৰাং কাৰবাৰ আছে। ঘৰত খেতিবাতিৰ কাম চলোৱাটো গৌণহে। তাৰ জীপ মটৰ গাড়ী আছে। ঘৰখনত দুৰ্দান্ত চেহেৰাৰ পশ্চিমীয়া মানুহ কেইটামান আছে।

দুয়োটা ভাই-ককাই দুঃসাহসী কাৰ্যত অত্যন্ত অনুৰাগী। সুৰথৰ বাপ হ'ল, বাঘ-পহু চিকাৰত। সি নিপুণ চিকাৰী। এবাৰ মানুহ খোৱা বাঘিনী এজনী মাৰি চৰকাৰৰ পৰা পুৰস্কাৰো পাইছিল। আন হাতেদি ভগীৰথৰ গোপন ব্যৱসায়টোৰেই মূলধন হ'ল দুঃসাহসিকতা। ভগীৰথৰো বন্দুক আৰু ৰিভল্‌ভাৰ আছে। পৰিষ্কাৰ কথা যে এই দুটা মাৰণাস্ত্ৰৰ লক্ষ্য বন্য জন্তু নহয়, জীৱশ্ৰেষ্ঠ মানুহহে।

কিন্তু ভাগ্যৰ কি বিড়ম্বনা যে সুৰথৰ দৰে মানুহৰহে এদিন দুই নলীয়া বন্দুকটো গৰ্জি উঠিল,—আপোন মানুহক লক্ষ্য কৰি।

ঘটনাটো সঁচাকৈয়ে অপ্ৰত্যাশিত। সুৰথ-ভগীৰথৰ যথেষ্ঠ সা-সম্পত্তি, যথেষ্ট মাটিবাৰী। অথচ মাথোন তিনি বিঘা মাটিক লৈয়ে যি কন্দলৰ সূত্ৰপাত হ'ল তাৰ পৰিণতি ঘটিল বাৰুদৰ গৰ্জনেৰে।

ৰাজ আলিটোৰ কাষৰ তিনি বিঘা মাটি বৰ গোলমলীয়া আছিল। সিহঁতৰ প্ৰত্যেকেই এই মাটিৰ দখল-স্বত্ব বিচাৰিলে। সুৰথে পিছে সিমান গুৰুত্ব দিয়া নাছিল। কিন্তু পাঁচ দিনমান চিকাৰ চাওত কটাই আহি গাঁও সোমায়েই সি দেখিলেহি যে সেই মাটিত ভগীৰথে বাংলাদেশৰ পৰা ভাগি অহা পৰিয়াল দুটামান বহুৱাইছে।

তাকে লৈ দুই ককাই-ভাইৰ দুৰ্ঘোৰ কাজিয়া। তাঁতীয়ে দুভাগ কৰা উমৈহতীয়া চোতালখনত সুৰথ আৰু ভগীৰথৰ উচ্চ স্বৰে তৰ্কাতৰ্কি শুনি মানুহে পদুলি-মুখৰ পৰা জুমি জুমি চালে। শেষত



ঘটনা বিপদজনক ৰূপ ল'লে। ভগীৰথ অতি উত্তেজিত হৈ পৰিল। যি ভিতৰলৈ লৰ মাৰি সোমোৱাৰ লগে লগেই সুৰথৰ গা চেবাই গ'ল। ধৰি ল'লে যে ভগীৰথ বন্দুকটো আনিবলৈকে ভিতৰ সোমাইছে তাৰ মগজতো অতৰ্কিতে বুদ্ধি ওলাল। সিও ঘৰ সোমাই ঠিতাতে বন্দুকটো লৈ গুলী খাজি ওলাই আহি দেখিলে যে ভগীৰথ ওলাই অহা নাই। কিন্তু অলপ পাছতেই ভগীৰথ বন্দুক হাতত লৈ ওলাই অহাৰ লগে লগে চিকাৰীৰ অব্যৰ্থ লক্ষ্য। গুলীয়ে ভগীৰথৰ বুকু ভেদি গ'ল। সি ঠিতাতে ধাৰাসায়ী হ'ল। বন্দুকৰ গৰ্জন শুনি ভগীৰথৰ ঘৈণীয়েক লক্ষ্মী উধাতু খাই ওলাই আহোঁতে তাইকো একে লগে দুটা গুলীয়ে শেষ কৰি দিলে। সিফালে লালু নামৰ বিহাৰীটোৱে এচুকৰ পৰা বন্দুক টোৱাবলৈ নেপালেই। কপাল আৰু পেটেদি সোমাই যোৱা গুলী দুটাই তাৰ নিমিষতে প্ৰাণ ল'লে।

সুৰথ নৰঘাতী হ'ল। সি বন্দুকটো তৎক্ষণাৎ ভাঙি পেলালে। সি তেতিয়াই জানিলে যে সি মৃত্যু-পথৰ যাত্ৰী। কাৰণ দেখা সাক্ষী বহুত। সি ইয়াকো জানিলে যে সেই দিনটোত সিহঁতৰ শনিৰ দশা আছিল। কাৰণ, সুৰথে বন্দুক নচলোৱাহেঁতেনো ভগীৰথে তাক গুলীয়াই খতম কৰি দিলেহেঁতেন।

সি পুলিচক আত্ম-সমৰ্পণ কৰিলে।

এয়া প্ৰায় আঢ়ৈ বছৰৰ আগৰ কথা। জিলাৰ মুখ্য ন্যায় পালিকাই ফাঁচীৰ হুকুম দিয়াৰ পাছত উচ্চ ন্যায়ালয়ে সেই হুকুম বাহাল ৰাখিলে। লগে লগে সুৰথক নগাঁৱৰ পৰা যোৰহাটৰ কাৰাগাৰলৈ বদলি কৰা হ'ল। যোৰহাটত তাৰ ভাগিনীয়েক মহেন্দ্ৰই চাকৰি কৰে। সুৰথ যোৰহাটলৈ বদলি হোৱাৰ খবৰ পাই সি উত্ৰাৱল হৈ কাৰাগাৰ পালেহি। কাৰাধ্যক্ষই সুৰথক 'চেল'তে দেখা কৰিবলৈ মহেন্দ্ৰক ক'লে। সেই দিনাই 'চেল'বোৰৰ তত্বাবধানত থকা জেল-চিপাহী (ৱাৰ্ডাৰ) ধনেশ্বৰে মহেন্দ্ৰৰ পৰা হত্যাকাণ্ডৰ সবিশেষ জানিব পাৰিলে।

মহেন্দ্ৰই এই ফাঁচীৰ কয়দীটোক দেখা কৰাৰ সময়ত ওচৰতে ধনেশ্বৰো আছিল। সি লক্ষ্য কৰিছিল যে মহেন্দ্ৰ শোকত ভাগি পৰিছিল কিন্তু সুৰথে তাক সান্ত্বনাহে দিছিল। সুৰথে কৈছিল, "মোৰ কোনো আপচোচ নাই। বিধিৰ লিখন খণ্ডাব নোৱাৰি। আৰু এটা কথা, মহেন্দ্ৰ, সিও যে মোক মাৰিলেহেঁতেন।" মহেন্দ্ৰই কৈছিল, "আত্ম-ৰক্ষাৰ বাবে এই কাম কৰিলা। তাকে প্ৰমাণ কৰিবলৈ তুমি চেষ্টা নকৰিলা। ঘৰৰ কাকো দেখা কৰিবলৈ নিদিলা। তোমাৰ জবানবন্দীয়েইহে 'কেচ'টো নষ্ট কৰি পেলালে।" তেতিয়া সুৰথে কৈছিল, "মই নিজক বচাবলৈ কিয় চেষ্টা কৰিম? মানুহ মাৰিছোঁ। সত্য কথা। খুনীৰ ফাঁচী হ'ব লাগে। আইনত যদি খুনীৰ চৰম শাস্তি নোহোৱাৰ ব্যৱস্থা আছে তেনেহ'লে জগতত ন্যায় বুলি কি বস্তু থাকিল? তই ভাবিছ মই আগন্তুক মৃত্যু দেখি ভয়ত মৰাৰ নিচিনা হৈছোঁ? তেনেহলে মোমায়েৰ আচলতে কেনেকুৱা তই চিনি নেপালি।"

"তোমাক কিবা লাগিলে কোৱা।"

"নেলাগে। জেলত বৰ ভাল ব্যৱস্থা আছে। সকলোৱে মোক খুব ভাল ব্যৱহাৰ কৰে। পিছে, কিছুমান কিতাপ পঠিয়াই দিবি। তই মিছাতে আহিব নেলাগে। মই কোনবোৰ কিতাপ পঢ়ি ভাল পাওঁ তইতো জানই।"

মহেন্দ্ৰ যাবৰ সময়ত সুৰথে তাক স্বাভাৱিকভাৱে হাঁহি মুখে বিদায় দিলে। 'চেল'ৰ পৰা গেটৰ ফালে আহি থাকোঁতে মহেন্দ্ৰই ধনেশ্বৰ ৱৰ্ডাৰক ক'লে, "আগতে মামাক কেনে ধৰণৰ মানুহ হ'ব পাৰে তাকে জানিছিলোঁ বুলি ভাব হৈছিল। কিন্তু আজি চব খেলি মেলি হৈ গ'ল। এই চিকাৰী মানুহটোৰ ইমান মনোবল আৰু আচৰিত মনোভাব কিছুমান আছে বুলি সপোনতো ভবা নাছিলোঁ।"

মহেন্দ্ৰ ওলাই যাবলৈ গেটখন খুলি দিয়াৰ সময়ত সি মাত লগাবৰ কাৰণে ধনেশ্বৰৰ ফালে চাওতে তাৰ চকু সেমেকি আছিল।



কৌতূহলৰ বশৱৰ্তী হৈ ধনেশ্বৰে সুধিছিল, "এখেতৰ ঘৰৰ আন মানুহ নাহিবনে কি?" মহেন্দ্ৰই কৈছিল, "মামাই নগাওঁ জেলতো সিহঁতক দেখা কৰিবলৈ দিয়া নাছিল। ইয়াতো বোধকৰোঁ জেইলাৰক তেনেকৈয়ে কৈ থৈছে। মোকো দেখা কৰিবলৈ নিদিব বুলিয়েই ভাবিছিলোঁ। পিছে মোক তিনি বছৰ দেখাই নাই। সেই কাৰণেই কিজানি দেখা কৰিব পাৰিলোঁ। মামায়েই মোক ছবছৰ কলেজত পঢ়ুৱাইছিল।" সেই দিনা মহেন্দ্ৰই ৰুমালেৰে চকুলো টুকি টুকি কাৰাগাৰৰ পৰা পৰা ওলাই গৈছিল।

ধনেশ্বৰে কাৰাগাৰত কাম কৰা বিছ বছৰৰ ভিতৰত এনেকুৱা ফাঁচী হ'বলগীয়া কয়দী দেখা নাই। সেই কাৰণেই তাৰ সুৰথলৈ কৌতূহল আৰু আকৰ্ষণ। সি এই অদ্ভুত কয়দীটোক যিমানে জানিবলৈ চেষ্টা কৰিছে সিমানে মানুহটো ৰহস্যময় হৈ পৰিছে।

মানুহটো অনবৰত কিতাপৰ মাজত ডুবি থকে। নিজৰো কিছুমান কিতাপ আছে আৰু কাৰাগাৰ কৰ্তৃপক্ষয়ো কিছুমান কিতাপৰ যোগান ধৰিছে। দিনৰ দুঘণ্টামান সুৰথক চৌহদত ফুৰাচকা কৰিবলৈ দিয়া হয়। সেই সময়ত সি জুম পাতি কথা-বতৰা পাতি থকা আন কয়দীবোৰৰ খা-খবৰ লয়, সিহঁতৰ লগত ৰংৰহইচ কৰে, চিকাৰৰ সাধু কয়, কথাই কথাই পুথি-পাঁজিৰ উদ্ধৃতি দিয়ে। ধনেশ্বৰ তাৰ ওচৰে ওচৰে থাকে। সি লক্ষ্য কৰে যে সুৰথ অলপ সময়ৰ ভিতৰতে কয়দীবোৰৰ মাজত বেচ আপোন হৈ পৰিছে।

সুৰথ হাজৰিকাই জেলৰ কৰ্মচাৰীবোৰৰ মাজতো নিজৰ ব্যক্তিত্ব বিস্তাৰ কৰিছে। সহকাৰী কাৰাধ্যক্ষৰ পৰা কাৰাগাৰ অধীক্ষকলৈকে সকলোৱে এই অভিশপ্ত কয়দীটোক দিনটোত এবাৰ লগ পায়। কাৰাধ্যক্ষ নিশিকান্ত ভুঞা বৰ কোমল মনৰ মানুহ। ধৰ্মত বৰ মতি। তেওঁ আহিলে সুৰথৰ লগত নানান আলোচনা চলে। ধৰ্মৰ পৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ উপন্যাসলৈকে।

সুৰথে চিন্তা, উৎকণ্ঠা আৰু দুৰ্যোগৰ আশঙ্কাক জয় কৰিছে

বুলিও ধনেশ্বৰ ৱাৰ্ডাৰৰ ভাব হয়। সুৰথে শোৱাৰ পৰা উঠাৰ পাছত 'চেল'ৰ তলাটো খুলিবলৈ অনুৰোধ কৰে। প্ৰাকৃতিক নিত্যকৰ্ম সমাপ্ত কৰাৰ পাছত বাহিৰৰ বননিখনলৈ ওলাই আহি সুৰথে একে ঠাইতে পোন্ধৰ-বিছ মিনিটমান দৌৰি থাকে। ইয়াকে হেনো 'জগিং' কৰা বোলে। সি ধনেশ্বৰক কয়। আৰু কয় যে এনেকৈ ব্যায়াম নকৰিলে গাত চৰ্বি হ'ব পাৰে, ফলত বেমাৰ হ'ব পাৰে, ৰাতি টোপনি নেযাব পাৰে আৰু শৰীৰ বেয়া হ'লেই ভাবনা-চিন্তাই জুমুৰি দি ধৰিব পাৰে। ইয়াৰ পাছত গা ধুই ৰাতিপুৱাৰ আহাৰ কৰে আৰু এক আধ্যায় ঘোষা সুৰ লগাই পঢ়ে। অৱশ্যে নাম ঘোষাখন বেছি চকু ফুৰাবই নেলাগে। পঢ়ি পঢ়ি ইয়াৰ বেছি ভাগেই মুখস্থ হৈ গৈছে।

পেটতো সুস্থ দেহৰ ক্ষুধা। দুপৰৰ আৰু সন্ধিয়াৰ আহাৰ তৃপ্তিৰেই খায়।

ইয়াকে দেখি ধনেশ্বৰ নেলাগে কাৰাধ্যক্ষ নিশিকান্ত ভুঞাৰো মনটো বিষাদেৰে ভৰি পৰে। কাৰণ, উচ্চ ন্যায়ালয়ৰ ৰায় ওলোৱাৰ পাছত নিয়মানুসৰি ক্ষমাৰ আবেদন ৰাষ্ট্ৰপতিলৈ প্ৰেৰিত হয় আৰু এই আবেদনৰ প্ৰতিকূল বাতৰি আহিবলৈ বেছি দিন নেথাকে। কাৰাগাৰ অধীক্ষকে তাৰ বাৰ্তা মানে ফাঁচীৰ চূড়ান্ত আদেশ এতিয়া যিকোনো মুহূৰ্ত্ততে আহিব পাৰে।

এই কথা সুৰথ হাজৰিকায়ো নজনা নহয়। তথাপি মানুহটো অস্বাভাৱিকভাৱে স্বাভাৱিক। কাৰাগাৰৰ চৌহদৰ পৰা দেখা পোৱা গম্বুজ যেন আকাশৰ ৰূপ দেখি সুৰথ তন্ময় হয়, কয়দীবোৰৰ জীৱন-যাত্ৰা চাই চাই জীৱনৰ স্পন্দন অনুভৱ কৰে, জীপাল মাটিৰ লহপহকৈ বাঢ়ি অহা শাক-পাচলিবোৰৰ মাজে মাজে ঘূৰি ঘূৰি ঈশ্বৰৰ পৃথিৱীৰ জীৱজগতৰ মনোৰম নিয়মৰ সৌন্দৰ্য্য উপভোগ কৰে। মাজে মাজে একুট-দুকুট গান গুণগুণায়। মাজে মাজে একো ফাকি ঘোষা বা কীৰ্ত্তনৰ পদো।

কাৰাগাৰাত এটা দিনৰ লগত আন এটা দিনৰ পাৰ্থক্য নাই।



বততৰৰ খামখেয়ালিহে মাত্ৰ সময়ান্তৰৰ পাৰ্থক্য। কোনো এটা দিনে কাৰাবাসীৰ বাৰে প্ৰতিশ্ৰুতি বহন নকৰে। তথাপি সুৰথ কাৰাগাৰত দেখা পোৱা বাহিৰৰ পৃথিৱীখনৰ এক বিমোহিত ব্যক্তি।

এয়ে হ'ল, সুৰথ সম্পৰ্কে সুকোমল মনৰ কাৰাধ্যক্ষ নিশিকান্ত ভুঞাৰ উপলব্ধি। তেওঁৰ মনত পৰে ন'বেল বটাবিজয়ী এলবেয়াৰ কামুৰ উপন্যাস "বহিৰাগত"ৰ এন্টিহিৰোজনৰ জীৱনৰ উপলব্ধিলৈ। তেৱোঁ আছিল কাৰাগাৰত ফাঁচীৰ অপেক্ষাত। যিমানেই তেওঁৰ মৃত্যু চমু চাপি আহিছিল সিমানেই তেওঁ পৃথিৱীত জীয়াই থকাৰ তীব্ৰতা অধিক উপভোগ কৰিব পাৰিছিল আৰু জীৱনৰ মহিমাই তেওঁৰ আগত সমগ্ৰ সত্বাৰে দেখা দিছিল। তেওঁ অনুভৱ কৰিছিল যে মৃত্যুৰ ক্ষণ গণি থকাৰ—সময়তহে পৰিপূৰ্ণভাৱে জীয়াই থকাৰ সুখ বিচাৰি পাব পাৰি। নিজৰ অস্তিত্বক সামগ্ৰিকভাৱে আৱিষ্কাৰ কৰিব পাৰি।

কাৰাধ্যক্ষজনে আকৌ ভাবে, এয়া হয়তো কামুৰ জীৱন-দৰ্শনৰ প্ৰক্ষেপণ। তথাপি ই যেন সাধক অনুভূতি আৰু এনে অনুভূতিৰ মনহৰণকাৰী কলাৰূপেই বিশ্বসাহিত্য, বিশ্ববীক্ষা আৰু সন্নিহিত সত্য। ই স্ৰষ্টাৰ বিমূৰ্ত্ত ভাবনা হ'ব নোৱাৰে।

* * *

কাৰাগাৰ অধীক্ষকৰ পৰা ৱাৰ্ডাৰলৈকে সকলো অকস্মাতে কৰ্ম্ম-তৎপৰ হৈ আছে। গড়কাপ্তানী বিভাগৰ মানুহো কাৰাগাৰৰ ভিতৰত। দুপৰীয়া জিলা স্বাস্থ্য বিষয়াও আহিছিল। ই সকলো কয়দীৰে মনত আকস্মিক আশঙ্কা আৰু কৌতূহলৰ সৃষ্টি কৰিছে। সকলোৰে চকু সেই তিনি নম্বৰৰ 'চেল' টোলৈ আৰু তাত থকা নিৰ্বিকাৰ, হাঁহিমুখীয়া সুপুৰুষ গৰাকীলৈ। প্ৰায় ছফুটৰ ওচৰাওচৰি উচ্চতাৰ আটিল দেহৰ সেই ধুনীয়া মানুহজনৰ: ধুনীয়া মুখখনত কিন্তু অকনো উদ্বিগ্নতাৰ চিন নাই। আগৰ দৰেই চকুত কৌতূহলী দৃষ্টি আৰু জ্ঞান-সাধনাত মগ্ন। আগৰ দৰেই শৰীৰৰ যতন লৈছে। তেওঁ এজন যেন কাৰাগাৰৰ ওপৰ খাপৰ বিষয়াহে।

ধনেশ্বৰে কাৰাগাৰত ব্যক্তিক্ৰমৰ সৃষ্টি কৰা এই মানুহজনৰ লগত ছাঁটোৰ দৰে আছে। এয়া কাৰাধ্যক্ষ নিশিকান্ত ভূঞাৰ নিৰ্দ্দেশ। সুৰথ ধনেশ্বৰৰ লগত আগৰ দৰে বাসালাপত লিপ্ত হৈছে। কিন্তু ধনেশ্বৰে আগৰ দৰে আমোদ পোৱা নাই। মাত্ৰ গতানুগতিকভাৱে শলাগিহে গৈছে।

"বুইছা, ধনেশ্বৰ, এই কিতাপবোৰ পঢ়িলে ভাব হয়,—আমি কিমান নগণ্য আৰু পৃথিৱীত ক'ত গূঢ়তত্ত্ব লুকাই আছে। দুনিয়াখন কি বিচিত্ৰ! তাত আমাৰ দৰে প্ৰাণীৰ মূল্য বালিচঁহ৷ এটাৰ সমানো নহয়। এৰা জ্ঞান আৰ্জ্জিবলৈ চালেহে নিজে নিৰাসক্ত হ'য় পাৰি।"

"হয়।"

"আৰু আমাৰ দৰে জীৱ এটাৰনো কি মূল্য আছে? বিশ্ব ব্ৰহ্মাণ্ডৰ ক'ত কিটো ক্ষতি হ'ব? আমাৰনো নিজা সুখ-দুখ আৰু আশা-ভাৰসাৰ কি মূল্য থাকিব পাৰে?"

"এৰা।"

"সেয়েহে ধৰম মূৰ্ত্তি বস্তু মাধৱদেউ মহাপুৰুষে আচল কথাই লেখিছে। মুকুতিৰ সুখৰ বাহিৰে আন সুখ থাকিব নোৱাৰে।"

"হয়।"

"মহাপুৰুষজনাৰ কি যে সুললিত ভাষা!—সৃষ্টি স্থিতি অন্তকাৰী দেৱ, তান্ত বিনে আন নাহি কেৱ, জানিবা বিষ্ণুসে সমস্ত দেৱতা সাৰ। তুমি ঘোষাৰ পদ সুৰ লগাই গাব পাৰা?"

"অলপ অচৰপ।"

সেই দিনা দুপৰীয়াই ধনেশ্বৰক নিশিকান্ত ভূঞাই মাতি পঠিয়ায়। ধনেশ্বৰ সোমোৱাৰ লগে লগে তেওঁ দুৱাৰ দুখন জপাই দিবলৈ কয়। ধনেশ্বৰ ওচৰ চাপিলত তেওঁ কয়, "এই কাম কেনেকৈ কৰোঁ, ভাবিব পৰা নাই। ইফালে আমাৰ সকলো ব্যৱস্থাই পূৰা হৈছে। তুমিও মোৰ লগতে থাকিব লাগিব। মোৰ লগত টেলিগ্ৰামখন থাকিব।"

সেই মতে কাম আৰম্ভ হ'ল। কামটো সহজে হ'ল। কাৰণ,



সুৰথক পুৱাৰে পৰা 'চেল'ত ৰখা হৈছিল। ভূঞাই টেলিগ্ৰামখন আগুৱাই দিবলৈ খোজোতেই সুৰথে ক'লে, "আপুনিয়েই পঢ়ক। আপুনি দুপৰীয়া অহা দেখিয়েই চব বুজিলোঁ।"

সুৰথৰ তেনেই স্বাভাৱিক অৱস্থা দেখি ভূঞা বেছি বিচলিত হ'ল। তেওঁ মাত্ৰ ক'লে, "শেষ হুকুম আহিল। ৰাতি চাৰেতিনি বজাত।

ইয়াকে কৈ তেওঁ তুৰন্তে আঁতৰি আহিল। ধনেশ্বৰে আৰু মাত্ৰ তেৰ চৈধ ঘণ্টা সময়ৰ বাবে আয়ুস থকা মাহনুটোলৈ একেথৰে চাই থাকিল। এই মানুহটোৰ মুখত কোনো ভাবান্তৰ দেখা নগ'ল। তাৰহে উশাহ-নিশাহ ঘন হৈ আহিবলৈ ধৰিলে। সি আঁতৰি আহিব খোজোতেই সুৰথে আগৰ দৰেই মাত লগালে, "তেনেহ'লে তোমালোকে এতিয়াই মহেন্দ্ৰক খবৰ দিয়াই দিবা আৰু খবৰ দিয়াব লাগিব সৰ্বাইবন্ধাৰ কাশীৰাম দত্তক। তেওঁ নিজৰ মাটিত মোৰ খৰি দিয়াৰ ভাৰ ল'ব। ক'ব লাগিব, চাৰে চাৰি বজাত যেন তেওঁৰ ট্ৰেক্টৰখনেৰে মোৰ শটো লৈ যায়হি। অৱশ্যে মহেন্দ্ৰকো ক'ম। কিন্তু তাৰ বাহিৰে কাকো মোক দেখা কৰিবলৈ নিদিবা।"

ধনেশ্বৰ নীৰৱে ৰ'ল। বহুপৰৰ নীৰৱতা ভাঙি সুৰথে আকৌ ক'লে, "তোমাক আজি এটা শেষ অনুৰোধ কৰিম। মোক ক'লাপোছাক পিন্ধাই লৈ যাবৰ সময়ত তোমাৰ মুখত এই কূট ঘোষা মই শুনিব লাগিব—ক্ষুদ্ৰ সুখে বহু আশা কৰি, ভৱকূপে জীৱ আছে পৰি, কালসৰ্পে দংশি হৰিল চেতন তাৰ। মোক্ষ ৰূপ তযু বাক্যামৃত, কৃপায়ে সিঞ্চিয়া প্ৰতিনিত, দয়াময় কৃষ্ণ কৰিয়ো মোক উদ্ধাৰ॥"

সুৰথে সুৰ লগাই গালেও। সেই সুৰ অতি কৰুণ! কেৱল সুৰটোৱেই যেন বক্তব্যক সুন্দৰকৈ বুজাব পাৰিছে! সেই সুৰে ধনেশ্বৰৰ হিয়া গলাই পেলালে। উশাহ নিশাহবোৰ তাৰ গলাত গোট খালে। তাৰ কণ্ঠৰোধ হোৱাৰ উপক্ৰম হ'ল। চকুলো লুকুৱাবলৈকে সি আন ফালে চালে।

"পাৰিবাতো?"



ক্ষণাংক গোস্বামী

"চেষ্টা কৰিম কিন্তু আপোনাৰ দৰে নহ'ব।

"এইটো মোৰ শেষ ইচ্ছা। তুমি ডিউটীত থাকিলেও চৰকাৰে তোমাক গাবলৈ দিব লাগিব।"

"আৰু ?"

"আজি বহুত বেছি কিবাকিবি খাবলৈ দিব নহয় ? আজি নিশ্চয় 'চেল'ৰ আগত তুমিয়েই পহৰা দি থাকিবা ?"

"হয়।"

আবেলি মহেন্দ্র উধাতু খাই ওলালহি। তাৰ মোমায়েকক দেখি ভাব হ'ল—মৃত্যুৰ সময় চমু চাপি অহাৰ লগে লগে যেন মানুহটো বেছি খুচীহে হৈছে। সেই কাৰণেই সিও খুব স্বাভাৱিক হ'বলৈ চেষ্টা কৰিলে।

"মামীহঁত আহিবনে কি ?"

"দৰ্কাৰ নাই। মিছাতে আকৌ হুৱাহুৱা। তই এটা কাম কৰিবি। সৰ্বাইবন্ধাৰ কাশীৰামক খবৰ দিবি। খৰি দিয়াৰ ঠাই ঠিক কৰি দিব। তয়ে শটো নিবলৈ ট্রেক্টৰখন লৈ আহিবি। প্ৰায় চাৰে চাৰিটামানত। মিছাতে আগতে কিয় আহিব লাগিছে ?"

"অৰু কিবা ক'ম ?"

"কৰি, সি বেচ আছে। চৰম অপৰাধ কৰিলে মৃত্যুদণ্ড হ'বই। তাক হাঁহি মুখে গাত পাতি ল'বই লাগিব। পৃথিৱীখনতো কান্দি থাকিবৰ কাৰণে নহয়! বুইছ, মহেন, আজি আকৌ ৰাতি মোক বহুত কিবাকিবি খাবলৈ দিব। জহা চাউলৰ ভাত, মুৰ্গীৰ মঙহ, মাছ, দৈ আৰু মই যি খোজোঁ, চব। আৰু এটা কথা পাহৰিছোঁৱেই, মোৰ লগত থকা কিতাপবোৰ কাইলৈ লৈ যাবলৈ নেপাহৰিবি আকৌ।"

মহেন্দ্র কাৰাগাৰৰ পৰা ওলাই গ'ল। তাৰ মনৰ অজস্র প্রশ্ন আৰু ভাবনাক শোকে তল পেলালে।

কাৰাগাৰলৈ আন্ধাৰ নামিল। কয়দীবোৰ নিজ নিজ শোৱা ঠাইলৈ গ'ল। ইফালে সুৰথৰ আগত বিবিধ আহাৰ। মুৰ্গীৰ মাংসৰ



জোল, জহা চাউলৰ ভাত, মাছ, কণী, দৈ। ধনেশ্বৰে লক্ষ্য কৰিলে যে মৃত্যুপথযাত্রীজনে খুব তৃপ্তিৰেই খাইছে। বেচ ভোক গুচাই খাইছে। মুখ ধুই পাণ খাইছে! আৰু লগে লগে শোৱাৰ আয়োজন কৰিছে।

"ধনেশ্বৰ, আজি বহুত খালোঁ দিয়া। অলপ পাছতেই টোপনিয়ে চকুত ভৰ দিবহি। এয়ে ভাল আহাৰৰ গুণ। বঢ়িয়াকৈ শুম। তুমি ফাঁচীৰ সময় হ'লে মোক জগাই দিবা।"

"এতিয়াই শুব ?"

"অভ্যাস মতে শুবই লাগিব।"

আৰু কিবা কথা ওলায় বুলি ধনেশ্বৰ আঁতৰি আহিল।

ৰাতিটো আগ বাঢ়ি আহিল। লগে লগে কাৰাগাৰত ব্যস্ততাও বাঢ়িল। ফাঁচী দিয়াৰ ভালেমান নিয়ম আছে। পেৰেড হয়। জিলা স্বাস্থ্য বিষয়া আহে। উপায়ুক্তই নিজে ফাঁচীৰ ৰায় পঢ়ি শুনায়। ডিঙিত ৰচিৰ ঘেৰটো লগোৱাৰ পাছত ভৰিৰ তলৰ পৰা কাঠৰ প্লেটফৰ্মখন আঁতৰি যোৱাৰ সময়টো এক চেকেণ্ডৰো হেৰফেৰ হ'ব নোৱাৰে।…

মেট কেইটা, ৱাৰ্ডাৰবোৰ আৰু কাৰাগাৰৰ আন সকলো কৰ্ম্মচাৰীৰে চকুত টোপনি নাই। কাৰাধ্যক্ষ নিশিকান্ত ভূঞা যথেষ্ট বিচলিত। তেওঁ ৰাতি বাৰ বজাৰ পাছত নিঃশব্দে 'চেল' কেইটাৰ ফালে আগুৱাই গ'ল আৰু এক নম্বৰ ৱাৰ্ডৰ এমূৰে থকা লাইটোৰ তলৰ পৰা হাত বাউল দি ধনেশ্বৰক মাতিলে। ধনেশ্বৰ তেওঁৰ ওচৰত থিয় হ'লহি। বহুত সময় কাৰো মুখত কথা নাই। পোনতে নিশিকান্ত ভূঞাই আৰম্ভ কৰিলে, "কি কৰিছে ?"

ধনেশ্বৰে ক'লে, "শুইছে। ভালকৈ শুইছে।"

"শুইছে ? সঁচা ?"

"খালেও হেঁপাহ পলুৱাই। এতিয়া বঢ়িয়াকৈ শুইছে।"

নিশিকান্ত ভূঞাই নিজ কাণ দুখনকে বিশ্বাস কৰিব নোৱাৰিলে। তেওঁ যন্ত্ৰচালিত মানুহৰ দৰে 'চেল'টোৰ ফালে অগুৱাই গ'ল। তেওঁ

'চেল'ত দেখিলে যে খাটত পৰি থকা মানুহটোৰ সঁচাকৈয়ে গভীৰ টোপনি। 'চেল' কেইটা আৰু এক নম্বৰ ৱাৰ্ডৰ মাজত থকা বিজুলী বাত্তিৰ পোহৰত তেওঁ শুই থকা সুৰথৰ মুখখন দেখিলে। নিদ্ৰাই সুৰথৰ মুখৰ মাংসপেশীসমূহ শিথিল কৰাৰ ফলত মুখখন কোমল কোমল লাগিছে আৰু সেইখন মুখৰ বয়সো দহ বছৰমান কমি যোৱা যেন লাগিছে।

ভূঞাই 'চেল'ৰ লোহাৰ মাৰি এদালত কাণ এখন থৈ শুনিলে যে মাজে মাজে সুৰথৰ নাকেও মাতিছে। উশাহ-নিশাহো নিদ্ৰামগ্ন মানুহৰেই। তাকো নিশ্চিত মৃত্যুৰ তিনি ঘণ্টাৰ আগতে!

তেওঁ নিঃশব্দে আঁতৰি আহিল। পিছে পিছে ধনেশ্বৰ তেওঁ ক'লে, "ধনেশ্বৰ, চেলৰ বেছি ওচৰলৈ নেযাবা। কাঁহ-চাহ মাৰিলে সাৰ পাই যাব পাৰে। এটা বৰ ডাঙৰ অভিজ্ঞতা হ'ল। মৃত্যুভয় জিনিব পাৰে বুলি শুনিছিলোঁহে। কিন্তু এতিয়া আমি নিজেই চব দেখিলোঁ। মানুহজনৰ নিজৰ ওপৰত কি বিশ্বাস আৰু মনৰ ওপৰত কি শাসন!"

*         *         *

চাৰি বজাৰ পাচত কাৰাগাৰৰ আগত বগা কাপোৰেৰে আৱৰা এটা শ। কাষত কাৰাগাৰৰ কৰ্ম্মচাৰীসকল। ওচৰতে ট্ৰেক্টৰত আউজি থিয় দি আছে কাশীৰাম দত্তই। অলপ দূৰৈত বেল গছ জোপাৰ তলত মহেন্দ্ৰ লেপটা খাই বহি চকুলো টুকিছে। বোধহয় সি শটো চাবলৈ ইচ্ছা কৰা নাই। কথাটো লক্ষ্য কৰি কাৰাধ্যক্ষ নিশিকান্ত ভূঞা মহেন্দ্ৰৰ ফালে আগুৱাই গ'ল।

মহেন্দ্ৰই ভূঞাক দেখি উচুপিবলৈ ধৰিলে। ভূঞাই মাতটো থোকাথুকি হ'ব বুলি ভাবি, ছুবাৰমান সেপ ঢুকি, মাতটোৰ দৃঢ়তা আনিবলৈ চেষ্টা কৰি ক'লে, "নেকান্দিব। কান্দিলে তেখেতৰ আত্মাই কষ্ট পাব। যি মৃত্যুভয় জিনিব পাৰিছে তেওঁ অসাধাৰণ। তেখেতক সেৱা কৰকহি। আপুনি আশীৰ্বাদ পাব।......"